# ফুলনি

( গীতি-কবিতাৰ পুথি )

বচোঁতা

শ্ৰীপদ্মধৰ চলিহা এম্-এ, বি-এল্

শিৱসাগৰ, অসম।

চতুৰ্থ তাঙৰণ

# PHULANI

(A Book of Lyrical Poems)

BY

PADMADHAR CHALIHA, M.A., B.L.,

SIBSAGAR, Assam.

**FOURTH EDITION.**

**(Revised and Enlarged).**

1954

প্ৰকাশক—
শ্ৰীত্ৰিলোচন দত্ত
শিৱসাগৰ কলেজ
শিৱসাগৰ, অসম।

গ্ৰন্থকাৰৰ পুথি পোৱাৰ ঠিকনা—

১। লাইব্ৰেৰিয়ান, শিৱসাগৰ কলেজ,
পোঃ শিৱসাগৰ, অসম।
২। বৰকটকী কোম্পানী, যোৰহাট।
৩। লয়াৰ্চ বুক ষ্টল, গুৱাহাটী।
৪। [illegible]
৫। বাণী মন্দিৰ, পোঃ ৰিহাবাৰী, ডিব্ৰুগড়।
৬। দত্ত বৰুৱা এণ্ড ছন্স, নলবাৰী।
৭। ভট্টাচাৰ্য্য এজেন্সী, পোঃ ৰিহাবাৰী, ডিব্ৰুগড়।
৮। বাণী প্ৰকাশ মন্দিৰ, পাটাচাৰকুচি, কামৰূপ।

বেচ কেচা বন্ধা—২৲]
পকা বন্ধা—২।৵৹]

৬৩ নং বিডন ষ্ট্ৰীট, এলম্ প্ৰেছত
শ্ৰীদেবপ্ৰসাদ মিত্ৰৰ দ্বাৰা ছপা কৰা হ'ল



# উছৰ্গা

( সঙ্গীত-ওজা স্বৰ্গীয় লক্ষ্মীৰাম
বৰুৱাদেৱৰ পৱিত্ৰ স্মৃতিৰ
উদ্দেশে )

সৰগৰ সুধা আনি বিলালাহি মৰতক;
মৰতৰ মৰ্ম্মবাণী শুনালাহি সৰগক।
কোমৰ অমূল্য ধন ধনী দীন সকলোৰে,
ঘৰে ঘৰে অসমৰ ঢালি দিলা অকাতৰে।
মুকলি কৰিলা বাট "সাধনাৰে" সাধনাৰ ;
বান্ধি দিলা নানা সুৰ বেণু বীণা বাজনাৰ।
নোৱাৰিলোঁ নেজানিলোঁ সমুচিত আদৰিব,
গন্ধৰ্ব্ব কিন্নৰে নিজে নেভাবিলোঁ তুলি নিব।
দুপতীয়া ফুল মোৰ পৰিব খোজোঁতে জয়
দিলা সঞ্জীৱনী পানী, তুলিলোঁ যতনে মই।
তোমাৰ চানেকি লৈ বাছিলোঁ যি ফুল এই
গাঁথিলোঁ তোমাৰ নামে,—'ফুলনি'ও তোমাৰেই।

শিৱসাগৰ
ইং ১৯১৫ চন

—পদ্ম—



# উপহাৰ-পিঠি

চেনেহ-চানেকিস্বৰূপে

মোৰ মৰমৰ

শ্ৰী ৰ

হাতত

এই "ফুলনিখনি" উপহাৰ দিলোঁ।

শ্ৰী ........................



# ভুমিকা

লিখক—ডাঃ সূৰ্য্যকুমাৰ ভূঞা এম্-এ, বি-এল্, পি-এইচ্-ডি, ডি-লিট্ ( লণ্ডন )।

ফুলনি—শ্ৰীযুত পদ্মধৰ চলিহা এম-এ, বি-এল প্ৰণীত।

"কবিৰ যশস্যাৰ আৰু অৱধি নাছিল। অলপ জোনাক উঠিলেই, অলপ দখিণ বতাহৰ আভাস পালেই, আপোনা আপুনি দেশৰ চৌপিনে কত কানন, কত বাট, কত নাও, কত খিৰিকী আৰু চোতালৰ পৰা কবিৰ গান উচ্ছাসিত হৈ উঠে তাৰ সীমা-সংখ্যা নাই।"—ৰবীন্দ্ৰনাথ।

কবিৰ জীৱনত ইয়াতকৈ সুখৰ সম্পদ আন একো হ'ব নোৱাৰে। ধন-জন-মান ইয়ালৈ কবিৰ ধাউতি নাথাকে, যদি তেওঁৰ কোনো সঙ্গীতে কাৰোবাৰ প্ৰাণত আঘাত কৰিব পাৰে, যদি কবিৰ বীণাৰ তালে তালে আনৰ প্ৰাণৰ বীণাৰ তন্ত্ৰীও সমস্বৰে ঝঙ্কাৰি উঠে, তেনেহলেই কবিৰ বাঞ্ছা পূৰ্ণ হল। সমুখত জোনাক, কাননৰ সুগন্ধ আহি তোমাৰ অন্তৰত বাসনাৰ ফল্গু নৈ বোৱাইছে, তুমি তোমাৰ হৃদয়ৰ মন্দিৰত লুকুৱা ভাবৰ উপযোগী ভাষা বিচাৰি পোৱা নাই; সেই সময়ত মনত পৰিল কবিৰ গানলৈ; এদিন কবিৰ চিত্ততো সেই সম্মোহনী ভাবৰ আন্দোলন চলিছিল। সেই কবি ধন্য যি আনৰ ভাবক নিজৰ ভাষাৰে অলঙ্কৃত কৰিব পাৰে, আনৰ প্ৰাণতো যি নিজৰ মানসী প্ৰতিমা প্ৰতিষ্ঠা কৰিব পাৰে। সেই সময়ত কবিৰ আত্মা তোমাৰ আত্মাত বিৰাজ কৰে। কবি আৰু তুমি তেতিয়া একে কল্পনাৰ উন্মাদনাত পৰি ভাবৰ অদৃশ্য বিজুলী-লতাৰে মেৰ খাই পৰা। এতিয়া প্ৰকৃতি নীৰৱ, তোমাৰ চিত্ত

আন্দোলি উঠা নাই ; কবি[illegible] তোমাৰ [illegible]ণত নীৰস হৈ বাজিছে, কবিৰ গানৰ গূঢ় অৰ্থই তোমাৰ মৰ্ম্ম স্পৰ্শ কৰিব পৰা নাই।

সেইদেখি এজন কবিয়ে গাইছে :—

"মোৰ ই প্ৰলাপ-বাণী     নুবুজা এতিয়া তুমি,
বুজিবা সকলো হায় অন্তে দুদিনৰ ;
কোনোবা শৰত ৰাতি,     পৰিব যেতিয়া আহি,
উতলা যৌৱন ছুই জোনৰ পোহৰ।"—

কোন যুগত কোন কবিয়ে গাই গল, "এ মহা বাদৰ, মাহ ভাদৰ, শূন্য মন্দিৰ মোৰ"—আজিও বাৰিষাৰ গুমগুমনিত বিৰহী প্ৰাণত সেই সুৰটি আপোনা আপুনি ঝঙ্কৃত হৈ উঠে। কবিৰ চৰম লক্ষ্যই হৈছে নিজৰ আত্মাক অন্তৰ আত্মাত বিৰাজ কৰোৱা।

আজি এবছৰ মান হ'ল,—সন্ধিয়াৰ ছঁয়া খাপে খাপে পৃথিবীলৈ নামি আহিছে,—কলং নৈৰ দাঁতি,—সেই সময়ত দূৰৈৰ পৰা এটি ক্ষীণ মিলিত কণ্ঠস্বৰ আহি মোৰ কাণত বাজিবলৈ ধৰিলে। লাহে লাহে কাষ চাপি গৈ দেখিলোঁ এদল ডেকাই সন্ধিয়াৰ আন্ধাৰৰ আবেগত, "কি সাহেনো যাওঁ প্ৰভু এই ঘোৰ আন্ধাৰে, জলোৱা বন্তি জ্ঞানৰ শলাৰে"—গানটি সমস্বৰে মহা উলাহেৰে গাবলৈ ধৰিছে। মই অলপ গা ঢকা দি দূৰৈৰ পৰাই সেই গানটি শুনিবলৈ ধৰিলোঁ। কাৰণ মোৰ চাঁত পালে হয়তো লাজুকীয়া তৰুণ ডেকা দলৰ উৎসাহত বিভ্ৰাট ঘটিব পাৰে। মই তাৰ পৰা নীৰৱে বিদায় লৈ এখুজি দুখুজিকৈ ঘৰ অভিমুখে গলোঁ।—যিমান দূৰলৈকে সেই গানৰ ক্ষীণতম প্ৰতিধ্বনি মোৰ কাণত বাজিছিল সিমান দূৰলৈকে কবি ৰবীন্দ্ৰনাথৰ ওপৰত কোৱা কথা কেই আষাৰে মোৰ প্ৰাণৰ নিভৃত স্থল স্পৰ্শ কৰিছিল।

—কত শিৱসাগৰৰ দিখৌ নৈৰ পাৰত লিখা গানে আছি নগাৰ্ঁৰ কলং নৈৰ কলঙ্কিত পানীকো সঙ্গীতৰ তালে তালে বোৱাব পাৰিছে !

"ফুলনি"ৰ মালীৰ বয়স কম। এই বয়সতে তেওঁ 'ফুলনি'ৰ সকলো ফুলৰ আঁতি-গুৰি শিকি লব পাৰিছে। কোন ফুলৰ গোন্ধ কেনে, কোন ফুল পুৱা ফুলে, কোন ফুলৰ জেউতি-মাধুৰী সন্ধিয়াত বিয়পি পৰে, কোন ফুলপাহিৰ কেনে বৰণ—এইবোৰ কথা মালীৰ অবিদিত নহয়। গানো এটি এটি ফুলৰ নিচিনা আস্পদ,—"A thing of beauty"। ফুলৰ ৰহস্য যেনে সকলোৰে জনাজাত নাই, গানৰ ৰহস্যও সেইদৰে সকলোৰে গোচৰীভূত নহয়। 'ফুলনিৰ' মালীয়ে অতি যত্নেৰে এই ফুল-তত্ত্ব উলিয়াব খুজিছে। পৰমেশ্বৰে তেওঁৰ কামনা সফল কৰক।

প্ৰাচ্য আৰু পাশ্চাত্যৰ সংযোগত ভাৰতৰ যি যি পৰিবৰ্ত্তন ঘটিছে, ভাৰতৰ আধুনিক সঙ্গীত-কলা তাৰ ভিতৰত এটি। ডেৰকুৰি বছৰৰ আগেয়ে বঙ্গালী গান যেনে আছিল আজি আৰু তেনে নাই—তাৰ মাজত স্বৰ্গ-মৰ্ত্ত্য পাৰ্থক্য,—হয়তো তান্‌চেন্‌ আৰু টেকচাঁদ ঠাকুৰৰ গানত যি পাৰ্থক্য তাতোকৈ বেচি। কবি ৰবীন্দ্ৰনাথ আৰু কবি দ্বিজেন্দ্ৰলালৰ গানত অতীত-বৰ্ত্তমান, পুব-পশ্চিমৰ প্ৰৱাহ দেখা পোৱা যায়।

আমাৰ অসমত এই আধুনিকতাৰ প্ৰবাহ নিচেই কম,—সঙ্গীতত যে আটাইতকৈ কম তাক নকলেও হ'ব। বৈজ্ঞানিক প্ৰণালীত সঙ্গীত-বিদ্যাত সুনিপুণ ওস্তাদ আমাৰ দেশত নাই বুলিলেও হয়। স্বৰ্গীয় লক্ষ্মীৰাম বৰুৱাৰ এই বিষয়ে বিশেষ ব্যুৎপত্তি আছিল। কিন্তু তেওঁৰ অন্তৰ্দ্ধানৰ পাচত তেওঁৰ ঠাই অধিকাৰ কৰিব পৰা মানুহ ওলোৱা নাই বুলিলেও হয়। সঙ্গীত জাতীয় গৌৰৱৰ এটি প্ৰধান অঙ্গ। কোনো এটি জাতিৰ সৰ্ব্বাঙ্গীন সমৃদ্ধিৰ নিমিত্তে সঙ্গীতৰ থাইকৈ প্ৰয়োজন।

ডেৰকুৰি বছৰৰ আগেয়ে আমাৰ ভাষা আৰু সাহিত্যৰ যি উদ্বোধন হয় সেই সময়ত অসমীয়া গানৰ পিনে দেশৰ তৰুণ ডেকা দলৰ মন আকৰ্ষিত হৈছিল। কিন্তু সকলো অনুকৰণৰে প্ৰথম অৱস্থাত যি দোষ থাকে সেই কালৰ অসমীয়া গানতো সেই দোষ আছিল। বঙ্গালী সুৰৰ আমদানিৰ লগে লগে গন্ধমাদন পৰ্ব্বতৰ দৰে বঙ্গালী গানৰ ভাষা আৰু ভাবো সশৰীৰে আমদানি হৈছিল। 'তুমি কাদেৰ কুলেৰ বৌ' প্ৰভৃতি গানৰ বঙ্গালীৰ সাজ-পাৰ পিন্ধি 'তুমি কাৰনো জীয়াৰী' হৈ অসমীয়া গানৰ 'মজলিছত' থিয় হলহি। এই গল অসমীয়া আধুনিক গানৰ আদিম বা প্ৰথম অৱস্থা।

আজি বছৰচেৰেকৰ আগৰে পৰা এটি উন্নতিৰ লক্ষণ দেখা গৈছে। ভাৰতীয় সুৰবোৰ আহি অসমীয়াৰ 'বৈঠকত' অসমীয়াৰ সাজ-পাৰ পিন্ধি গানৰ আখৰা লগাইছে। 'তুমি কাদেৰ কুলৰ বৌ' আজি 'আমি কুৰি শতিকাৰ', 'পতিতোদ্ধাৰিণী গঙ্গে' আজি 'চেনেহী জননী বন্দে' আৰু 'ৰেখেছ গো তাৰে অতি দূৰে' 'আকাশী অমিয়া কোনে আনে' হৈ আমাৰ আগত ওলাইছে। কিন্তু যেতিয়ালৈকে আমাৰ ভাষাৰ গানত নিজে সুৰ বান্ধিব পৰা সঙ্গীতজ্ঞ সুনিপুণ কবি নোলায় তেতিয়ালৈকে আমাৰ গানৰ চৰম উন্নতি স্থগিত থাকিব। বৈজ্ঞানিক প্ৰণালীত সঙ্গীত শিক্ষাত আমাৰ কোনোবাই গা মন দাঙিছেনে? বঙ্গালীয়ে 'সঙ্গীত সম্মিলনী' খুলিছে—কোনো উদ্যোগী অসমীয়াই বৈজ্ঞানিক সঙ্গীত-সাধনা কৰিব খুজিলে ইয়াত আহি শিকি গলে গোটেই জাতিটোৰ মহা উপকাৰ হয়।

অসমীয়াৰ গানৰ উন্নতিৰ আৰু এটা বাট মুকলি আছে। আমাৰ বিয়ানামৰ আৰু বৰগীতৰ সুৰত সুন্দৰ গীতি-কবিতা লিখিব পাৰি। অৱশ্যে পুৰণা সুৰৰ ৰাগ-ৰাগিণী সলনাসলনি আৰু সানমিহলি কৰি

আধুনিক ৰুচিৰ উপযোগীকৈ মিশ্র সুৰ উলিয়াব পাৰি। ৰবি ঠাকুৰৰ বৰ্ত্তমান কালৰ গানৰ প্রায়বোৰেই 'বাউল' আদি দেশীয় সুৰত ৰচা। এনে হলেই জাতীয় ক্ষেত্রত জাতীয় ফল ফলিবৰ সুচল হয়।

বৰ সুখৰ কথা যে কেইজনমান অসমীয়া ডেকাই এই বিষয়ত অলপ যত্ন কৰিছে।

'ফুলনি'ৰ গ্রন্থকাৰৰ পৰা আমি এনে বহুতো আশা কৰিব পাৰোঁ, কাৰণ তেওঁ নিজে আমাক তেনে আশা লগাইছে। তেওঁৰ দৰে জনচেৰেক সঙ্গীতানুৰাগী আৰু দেশহিতৈষী ডেকা উঠি আহিলেই বছৰচেৰেকৰ মূৰতে আমাৰ গানেও সুৰ, তাল, ভাষা সকলো অঙ্গতে ভাৰতৰ আন আন জাতিৰে সৈতে সমানে জোৰ ধৰিব পাৰিব।

১৮৩৮ শক
যোৰহাট

শ্রীসূৰ্য্যকুমাৰ ভূঞা



# 'ফুলনি'ৰ ৩য় তাঙৰণৰ পাতনি

কলিকতাত ছাত্ৰাৱস্থাত থাকোঁতেই সুহৃদ্‌বৰ শ্ৰীযুত লোহিতচন্দ্ৰ ভূঞাদেৱে মোৰ গানবিলাক পুথিৰ আকাৰে ছপাবলৈ মোৰ সম্মতি খোজাত মই দিওঁ নিদিওঁ কৈ দিলোঁ। 'ফুলনি'ৰ প্ৰথম তাঙৰণ ১৯১৫ চনৰ জুলাই মাহতে ৰাইজৰ আগলৈ ওলায়েই ৰাইজৰ পৰা নথৈ আদৰ-চেনেহ পালে। ১৯১৬ চনৰ ডিচেম্বৰ মাহতে দ্বিতীয় তাঙৰণ ওলাল। তাৰ অলপ দিনৰ পিছতে ভূঞাদেৱৰ কিতাপৰ ব্যৱসায় এৰি কলিকতাৰ পৰা গুচি আহিল। তৃতীয় তাঙৰণৰ বাবে ৰাইজৰ ধাউতি দেখি তাক প্ৰকাশ কৰাৰ ভাৰ মোৰ কান্ধতে ললোঁ; কিন্তু ভালেমান আসোঁৱাহ আৰু জঞ্জালৰ কাৰণে অযথা পলম ঘটিল। সেই বাবে ৰাইজৰ ওচৰত মই ক্ষমা-ভিখাৰী।

এই তাঙৰণত ভালেমান নতুন গান সুমুৱাই দিয়া হৈছে। ডিব্ৰুগড়ৰ সুপ্ৰসিদ্ধ সঙ্গীত-নাট্যবিশাৰদ শ্ৰীযুত হৰিদাস সান্যাল মহোদয়ে গানবিলাকৰ সুৰ-তাল বন্ধাত লিখকক যথেষ্ট সহায় কৰিছে আৰু কোচবিহাৰৰ মিঃ সতীশচন্দ্ৰ মুস্তাফী আৰু "অসমীয়া সুৰ-পৰিচয়" ৰচোঁতা শ্ৰীযুত কীৰ্ত্তিনাথ বৰদলৈ ডাঙৰীয়াই 'ফুলনিৰ' গানবিলাকৰ সুৰ সংযোগ কৰি ৰাইজৰ মাজত 'ফুলনিৰ' আদৰ বঢ়াইছে। তেওঁ-লোকলৈ সুকীয়াকৈ একোখনি শলাগৰ শৰাই আগ বঢ়ালোঁ। কটন কলেজৰ অধ্যাপক শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা এম-এ, বি-এল ডাঙৰীয়াই অনুগ্ৰহ কৰি তাহানিখন 'আলোচনী'ত প্ৰকাশ কৰা 'ফুলনি'ৰ ভূমিকা-খনি ইয়াতে ভৰাবলৈ অনুমতি দিয়াত তেখেতৰ ওচৰতো মই ধৰুৱা।

যদিও একোটি গীতত একোটি বিশেষ ৰাগিণী বা তাল উল্লিখিত আছে, সঙ্গীতজ্ঞ লোকে গীতটিৰ ৰচনা আৰু ভাবলৈ লক্ষ্য ৰাখি তাৰে বৰ্জিতা খোৱা অইন উপযোগী সুৰত বান্ধিও গাব পাৰে আৰু কোনো কোনো গানত নিভাঁজ অসমীয়া সুৰ লগাব যে নোৱাৰিব তাৰ কোনো কাৰণ নাই।

বৰ্ত্তমান সময়ত আমাৰ দেশত সঙ্গীতৰ চৰ্চ্চা আৰু আলোচনা আগতকৈ বহুদূৰ বাঢ়িছে। ই এটি শুভ লক্ষণ। আজি প্ৰায় সাত বছৰৰ পূৰ্ব্বে লিখকৰ মনত ওপজা এটি ভাব এটি জাতীয় সঙ্গীত এইদৰে লিপিবদ্ধ কৰা হৈছিল :—“ফুলিব সুন্দৰ অসম-ফুলনি, হব মহাসুখে নৃত্য-গান।”

‘ফুলনি’ৰ মালীৰ এই মধুৰ সপোন দিঠকত পৰিণত নহব নে? নিশ্চয় হব। লাগে মাথোন ঐকান্তিক চেষ্টা আৰু একনিষ্ঠ সাধনা। এটি মুমুৰ্ষু জাতিৰ প্ৰাণত সঞ্জীৱনী শক্তি চলাৰ যাই উপায়—সঙ্গীত আৰু নাট্যকলাৰ অনুশীলন।

ভালেমান বন্ধু-বান্ধৱে সততেই ‘ফুলনি’ৰ ভু-বাতৰি লৈ থকা বাবে তেওঁলোকক আন্তৰিক শলাগ জনাইছোঁ। আশা কৰোঁ “ফুলনিৰ” পুৰণি মালী ৰাইজৰ আদৰৰ্ পৰা বঞ্চিত নহব।

শিৱসাগৰ
১-২-১৯২৯

শ্ৰীপদ্মধৰ চলিহা।

# 'ফুলনি'ৰ চতুৰ্থ তাঙৰণৰ পাতনি

নিজৰ সন্তান আপচু বা নিচলা হলেও পিতৃ-মাতৃৰ চকুত সি অমূল্য ৰতন, আলাসৰ লাৰু। নিজৰ মানস-প্ৰসূতিৰ ক্ষেত্ৰতো সেই কথাই খাটে। সেই মানস-প্ৰসূতিয়ে দহজনৰ হাতত আদৰ-চেনেহ পালে আনন্দ আৰু গৌৰৱৰ মাত্ৰা দুগুণে চৰি উঠে। সদৌ ৰাইজৰ পৰা আশাতীত সমাদৰ পোৱাৰ ফলত 'ফুলনি'ৰ ক্ৰমান্বয়ে ৩টা তাঙৰণ কাহানিবাই ওলাই শেষ হল। তৃতীয় তাঙৰণ ১৯২৯ চনতে প্ৰকাশিত হৈছিল। তেতিয়াৰ পৰা এই ২৪ বছৰ বাৰেপাচি সাংসাৰিক আৰু ৰাজহুৱা জঞ্জালৰ বাবে আৰু ছপা-খৰচ অতিপাতকৈ চৰাত ছপোৱাৰ অসুবিধাৰ কাৰণে উলিয়াওঁ উলিযাওঁ বুলিও ৪ৰ্থ তাঙৰণ উলিয়াব পৰা নাছিলোঁ। সঙ্গীতানুৰাগী ভালেমান লোকৰ আৰু পুথি-ব্যৱসায়ীসকলৰ নেৰা-নেপেৰা অনুৰোধ ৰক্ষা কৰিব নোৱাৰি নিজেই ৰেজাৰ পাইছিলোঁ। এতিয়া ঢৌতে খৰ মাৰি, আগৰ তাঙৰণবিলাকত দিয়াখিনিৰ উপৰিও নতুন ভালেমান সন্নিবিষ্ট কৰি, প্ৰায় ডেৰশ গীতি-কবিতাৰে এই পৰিবৰ্দ্ধিত আৰু সংশোধিত ৪ৰ্থ তাঙৰণ পোহৰলৈ উলিয়াব পাৰি নিজকে ধন্য মানিছোঁ। এই প্ৰসঙ্গতে জনাই থওঁ যে লিখকৰ অন্যতম জনপ্ৰিয় গীতৰ পুথি 'গীতি-লহৰীৰ' দ্বিতীয় তাঙৰণ প্ৰকাশ কৰাতকৈ 'ফুলনিৰ' বৰ্ত্তমান বৃহৎ আকাৰৰ এই তাঙৰণতে সেইবিলাক গীত সন্নিবিষ্ট কৰাটো বিধেয় বুলি ভাবিলোঁ।

ছাত্ৰাৱস্থাৰে পৰা আজিলৈকে সঙ্গীতৰ সাধনা আৰু ৰচনাত লিখকক নানান প্ৰকাৰে উদগণি দিওঁতা আৰু সাহায্য আগবঢ়াওঁতাসকললৈ এখনি হিয়াভৰা শলাগৰ শৰাই আগ বঢ়ালোঁ। ৺লক্ষ্মীৰাম বৰুৱা।

৺লক্ষ্মীনাথ বেজবৰুৱা, ৺পদ্মনাথ গোহাঞি বৰুৱা, ৺কীৰ্ত্তিনাথ বৰদলৈ, ৺কৰ্ম্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, ৺উমেশচন্দ্ৰ চৌধাৰী, ৺সতীশচন্দ্ৰ মুক্তাৰী, ৺উমেশচন্দ্ৰ দাস, ৺ৰাধিকানাথ শৰ্ম্মা, ৺লোকনাথ শৰ্ম্মা, ৺প্ৰসন্নকুমাৰ বৰুৱা, ৺লোহিতচন্দ্ৰ ভূঞা, ৺গুণীন্দ্ৰনাথ বৰুৱা, ৺ৰমেশচন্দ্ৰ সেন, ৺অতুলচন্দ্ৰ দাস, ৺কেশৱচন্দ্ৰ ভট্টাচাৰ্য্য, ডাঃ সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীহৰিদাস সান্ন্যাল, শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা, শ্ৰীপ্ৰমদাচৰণ বন্দ্যোপাধ্যায়, শ্ৰীনাৰায়ণচন্দ্ৰ বৰুৱা, শ্ৰীঅপূৰ্ব্বচন্দ্ৰ বৰদলৈ, ডাঃ শিৱনাথ সেনচোৱা, ডাঃ ঘনকান্ত দাস, অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা, শ্ৰীঅতুলচন্দ্ৰ শৰ্ম্মা ( সেউজীয়া সমাজ সঙ্গীত বিদ্যালয়ৰ অধ্যক্ষ ), শ্ৰীলক্ষ্মীপ্ৰসাদ দত্ত, শ্ৰীতাৰাপ্ৰসাদ সিংহ, শ্ৰীযুত জ্ঞানদাভিৰাম বৰুৱা, বাৰিষ্টাৰ-এট্-ল, শ্ৰীযুত গিৰীশচন্দ্ৰ বৰদলৈ আদি সঙ্গীতানুৰাগী লোকসকলৰ নাম বিশেষ উল্লেখযোগ্য। গীতবিলাকৰ আদৰ আৰু প্ৰচাৰ বঢ়োৱাত যথোচিত বৰঙণি যোগাওঁতা মোৰ পুত্ৰ শ্ৰীমান পৰাগ বোপাকো এপাহি আশীষ-নিৰ্ম্মালি নিদি নোৱাৰিলোঁ।

তাহানিখন মঙ্গলদৈত বহা অসম সাহিত্য সন্মিলনৰ সঙ্গীত শাখাৰ ৰছেৰেকীয়া অধিবেশনৰ সভাপতিস্বৰূপে 'অসমত সঙ্গীত-চৰ্চ্চা' শীৰ্ষক যিখন অভিভাষণ পাঠ কৰিছিলোঁ 'আৱাহন'ৰ দুটা সংখ্যাত সেইখন যথাসময়ত প্ৰকাশিত হৈছিল। সঙ্গীতৰ উৎপত্তি, সঙ্গীতৰ প্ৰভাৱ, সঙ্গীতৰ উপকাৰিতা, অসমত সঙ্গীত-চৰ্চ্চাৰ ক্ৰমবিকাশ আদি সকলো বিষয় তাত বিতংকৈ আলোচনা কৰিছোঁ। এতিয়া মাথোন চমুকৈ সঙ্গীতসম্পৰ্কীয় আৰাৰদিয়েক কথা নিবেদন কৰিব খোজোঁ।

এজন পাশ্চাত্য মনীষীয়ে কোৱা কথা সম্পূৰ্ণ সত্য যে "সঙ্গীত হৈছে আত্মাৰ ভাষা আৰু ভাষাৰ আত্মা" (*Music is the language of the soul and is the soul of language*)। সংস্কৃত শাস্ত্ৰত এৰাৰ কথা আছে—"সাহিত্যসঙ্গীতকলাবিহীনঃ সাক্ষাৎ পশুঃ পুচ্ছ-

বিষাণবিহীনঃ" অৰ্থাৎ সাহিত্য, সঙ্গীত, আৰু কলাত ৰাপ নাইকিয়া মানুহ শিং আৰু নোম নাইকিয়া সাক্ষাৎ পশুৰ নিচিনা। আৰু কৈছে যে "ন বিদ্যা সঙ্গীতাৎ পৰা।" গান সঙ্গীত-বিদ্যাৰ মূল। গদ্য নাইবা পদ্যময়ী ৰচনা ৰাগ নাইবা ৰাগিণীৰ সহায়েৰে আৰু তাল আৰু ছন্দৰ সৈতে বা বিহীনে উচ্চাৰণ কৰাকে গীত নাইবা গান বোলা যায়। গান মানৱ-প্ৰকৃতিৰ অন্তৰ্গত সঙ্গীত। কণ্ঠ সেই সঙ্গীতৰ স্বাভাৱিক যন্ত্ৰ। কাব্য আৰু গান মানৱজাতিৰ আদি কাব্য আৰু আজীৱন আমাৰ চিত্তৰ চিৰসঙ্গী। গানৰ অপাৰ মহিমা তলত লিখা শ্লোকৰ পৰাই উপলব্ধি কৰিব পাৰি :—

"জপকোটিগুণং ধ্যানং ধ্যানকোটিগুণং লয়ঃ।
লয়কোটিগুণং গানং গানাৎ পৰতৰং নহি।"

কি প্ৰাচ্য কি পাশ্চাত্য সকলো দেশৰ মনস্বী পণ্ডিতসকলে সঙ্গীতৰ অলেখ মহিমা কীৰ্ত্তন কৰিছে। বিজ্ঞশ্ৰেষ্ঠ প্ৰফেছাৰ মোক্ষমূলাৰে ( Prof. Max Muller ) কৈছে :—

"Music gives us a new life and to be without that life is the same as to be blind. *Music is the language of the soul*, but it defies interpretation. It means something, but that something belongs not to the world of sense and logic, but to another world, quite real, though beyond all definition. How different music is from all the other arts."

ইয়াৰ সাৰাংশ এই :—"সঙ্গীতে আমাৰ নতুন জীৱন দিয়ে আৰু সেই জীৱনৰ অবিহনে আমি চকু থাকিও কণাৰ নিচিনা হওঁ। সঙ্গীত আত্মাৰ ভাষা, কিন্তু সি অব্যক্ত, অনিৰ্ব্বচনীয়। ই তৰ্ক আৰু যুক্তিৰ

বাজ্যৰ বাহিৰ, ই এখন বাস্তৱ অথচ বৰ্ণনাতীত ৰাজ্যৰ বস্তু। অইন-বিলাক কলা-বিদ্যাৰ পৰা সঙ্গীত-বিদ্যা একেবাৰে পৃথক।"

ইংৰাজ সাহিত্যিক এডিছনৰ মতে সঙ্গীত ঈশ্বৰপ্ৰদত্ত বস্তুবিলাকৰ ভিতৰত সৰাতোকৈ কল্যাণকৰ বস্তু। ই স্বৰ্গৰ পৰা মৰতলৈ নামি অহা অমৃত। সঙ্গীতে মহৎ ভাব জগাব পাৰে, অনল জলাব পাৰে, প্ৰেম ওপজাব পাৰে।

"Music !—The greatest good mortals know,
And all of heaven we have below ;
Music can noble hints inpart,
Engender fury, kindle love ;
With unsuspected eloquence can move
And manage all the man with secret art."

—*Addison.*

জাৰ্ম্মেণ পণ্ডিত খিলাৰৰ মতে সঙ্গীত সুকোমল প্ৰচাৰক "Song is the delicate preacher"। ডক্টৰ মাটিন্থুৰে কৈছে, "Song and prayer are the successive beatings of the Wing of Inspiration."

ফৰাচী বীৰ মিৰেবই অন্তিম কালত কাতৰভাবে কাকুতি কৰিছিল, মোক সঙ্গীতৰ ধ্বনি শুনি মৰিবলৈ দিয়াঁ। ( Let me die to the sound of Music).

সুপ্ৰসিদ্ধ দাৰ্শনিক ডক্টৰ প্ৰভুদত্ত শাস্ত্ৰীৰ মতে সঙ্গীতে আমাক খন্তেকতে এনে এখন ৰাজ্যলৈ লৈ যায়—য'ত আনন্দৰ বাহিৰে একোৱেই বিৰাজ নকৰে। "Music transports us momentarily to those regions where nothing but Bliss reigns and the sense of *Veilheit* is drowned in that of *Eilheit.*"

ইংৰাজ কবি কংগ্ৰীভে কৈছে :—

"Music hath charms to soothe the savage beast,
To soften rocks and bend the knotted oak."

অৰ্থাৎ সঙ্গীতৰ প্ৰভাৱত হিংস্ৰ জন্তুও বশীভূত হয়, শিল, পমি যায়, মহাবপু বৰগছেও মূৰ দোঁৱায়।

আৰু এগৰাকী মনস্বীৰ মতে যি মানুহৰ আত্মাত সঙ্গীত নাই, মধুৰ সুৰৰ লহৰীয়ে যাৰ হিয়াত স্পন্দন তুলিব নোৱাৰে তেনে মানুহ ডকাইতী, ষড়যন্ত্ৰ আদি বীভৎস কাৰ্য্যৰ বাবে হে উপযুক্ত। তেনে মানুহক কেতিয়াও বিশ্বাস কৰিব নালাগে।

"The man that has no music in his soul,
Nor is moved by concord of sweet sounds,
Is fit for treasons, stratagems and spoils ;
Let no such man be trusted."

জাতীয় জাগৰণ আৰু জাতীয় ভাবৰ বিকাশত সঙ্গীতৰ ঠাই অতি ওখ। যুদ্ধৰ ক্ষেত্ৰত সঙ্গীতে হেলাৰঙে জন্মভূমিৰ কাৰণে প্ৰাণ বলি দিবলৈ অশেষ উদগণি দিয়া কথা বুৰঞ্জীয়ে বিড়িয়াই বিড়িয়াই কৈছে। বঙ্কিমচন্দ্ৰ, দ্বিজেন্দ্ৰলাল, ৰবীন্দ্ৰনাথ, অতুলপ্ৰসাদ, কাজী নজৰুল ইছলাম প্ৰমুখ্যে বঙ্গকবিসকলৰ উদ্দীপনামূলক জাতীয় গীতবিলাকে বঙ্গজাতিৰ তথা সদৌ ভাৰতবাসীৰ প্ৰাণত নতুন চেতনাৰ সঞ্চাৰ কৰিছিল।

যুগাৱতাৰ মহাত্মা গান্ধীয়ে শত শত বিষম সমস্যাৰ মাজতো সঙ্গীতৰ পৰা অশেষ শান্তি লাভ কৰিছিল বুলি মুক্তকণ্ঠে স্বীকাৰ কৰি গৈছে। তাল-মান-লয়ৰ সামঞ্জস্য ৰাখি নিখুঁতভাবে শুৱলাকৈ গোৱা গীতে তেওঁৰ অন্তৰত সাঁচ বহুৱাই দিয়া কথা তেওঁৰ 'হৰিজন' কাকতত বিশদভাবে বৰ্ণনা কৰিছিল।

ৰসাত্মক বাক্যই হৈছে কাব্য। গতিকে গীত কবিতা বা কাব্যৰ পৰা বেলেগ নহয়, তাৰে অঙ্গ মাথোন। কবিত্ববিহীন গীতৰ সাৰ্থকতা ক'ত? সাহিত্যত গীতি-কবিতাৰ ঠাই অতি ওখ। গীতত ভাব, ভাষা আৰু সুৰৰ সামঞ্জস্য থাকিব লাগিব। গায়ক-গায়িকাসকল দৰাচলতে সঙ্গীতৰ সমালোচক-সমালোচিকা। কোনো গীতৰ সমগ্র ভাবধাৰা আৰু প্ৰত্যেকটি শব্দ সম্যকৰূপে হৃদয়ঙ্গম কৰি তাকে হৃদয়গ্ৰাহী কৰি ফুটাই তুলিব পৰাতেহে সুগায়ক বা সুগায়িকাৰ কৃতিত্ব।

সঙ্গীত এটি সুকুমাৰ শিল্পকলা আৰু লগে লগে ই বিজ্ঞানৰো এটি মাই অঙ্গ। বৈজ্ঞানিক প্ৰণালীৰে সঙ্গীতৰ সাধনা কৰিলেহে তাৰ সৌন্দৰ্য্য-মহিমা সুন্দৰকৈ আয়ত্ত কৰিব পৰা যায়। সেই বুলি বৈজ্ঞানিক অংশটোত অযথা জোৰ দি কলা বা মধুৰতা আৰু মৰ্ম্মস্পৰ্শিতাৰ ফাললৈ আওকাণ কৰিলে নচলিব। যি গীতৰ প্ৰত্যেকটি শব্দই শুনোঁতাৰ কৰ্ণকুহৰেদি মৰ্ম্ম স্পৰ্শ কৰিবগৈ পাৰে সেই গীতেহে সাৰ্থক।

আমাৰ অসমত প্ৰচলিত বৰগীত, দেহবিচাৰৰ গীত, বনগীত, আইনাম, ধাইনাম, বিয়ানাম, বৰাগীৰ গীত, দুৰ্গাবৰী, শুকনাৰায়ণী, আজান ফকিৰৰ গীত এইবিলাকৰ চৰ্চা আৰু অনুশীলন ক্ৰমে যদিও বাঢ়ি অহাটো শুভ লক্ষণ সেই ক্ষেত্ৰত এতিয়াও কৰিবলগীয়া কাম বহুত বাকী।

'ফুলনিৰ' এই তাঙৰণত নিভাঁজ অসমীয়া সুৰত ৰচা ভালেমান গীতি-কবিতা সন্নিবিষ্ট কৰা হৈছে। অইনবিলাক গীতত যদিও একোটি বিশেষ এটা ৰাগিণী বা তালৰ নাম উল্লিখিত হৈছে, সঙ্গীতজ্ঞ লোকে গীতটিৰ ৰচনা আৰু ভাব-ধাৰালৈ লক্ষ্য ৰাখি তাৰ লগত ৰজিতা খোৱা অইন কোনো উপযোগী সুৰ সংযোগ কৰি লোৱাত কোনো বাধা নাই।

'ফুলনিৰ' পুৰণি মালীয়ে আগৰ দৰে এইবাৰো বাইজৰ আদৰ-ভিখাৰী হৈ পাঁচ ধৰণৰ গীতি-কবিতাৰ ফুল হেঁপাহেৰে আগ বঢ়ালোঁ।

নাম-জলা অসমীয়া শিল্পী শ্ৰীমান তৰুণচন্দ্ৰ দুৱৰা বোপাই প্ৰচ্ছদ-পটৰ ব্লকৰ চানেকিটি অতি যতনেৰে আঁকি দিয়া বাবে তেওঁৰ শলাগ লৈ আশীৰ্ব্বাদ দিছোঁ৷ আৰু কলিকতাৰ সুপ্ৰসিদ্ধ 'এলম্ প্ৰেছ'ৰ গৰাকী-সকলে ফুলনি'খন সজাই-পৰাই উলিওৱাত বিশেষ তত্বাৱধান লোৱাৰ কাৰণে তেওঁলোককো হিয়াভৰা ওলগ জনাইছোঁ।

জয় হিন্দ্ !

শিৱসাগৰ কলেজ
৩-১০-১৯৫৩

শ্ৰীপদ্মধৰ চলিহা

# সূচী

## ভক্তি ফুল

## জাতি ফুল

| বিষয় | | | পিঠি |
|---|---|---|---|

## শোক ফুল



## প্ৰণয় ফুল

## বগৰ ফুল

# ঝুলনি



## ভক্তি-ফুল

( ১ )

### সুখ-গীত

মিশ্র খাম্বাজ—কাওয়ালী।

আজি পূর্ণ আবেগে মহানন্দে
বিশ্ব হালে-দোলে ;
প্রকৃতি-মানবে চোখী আজি সবে
নতুন জীবন পালে।
সূর্য্য-কিরণ বিমল সুন্দর,—
ঝিলিকে ধরণী, ঝিলিকে অন্তর,—
মনমোহা নাচে পথিলাটি নাচে,
নাচে পরাণ তালে তালে।

( ১ )

কিয় তেনে মিছা শঙ্কা হায় !
বলা উলাহেৰে সুখ-পতাকা উৰাই,—
প্ৰভু ! বিলোৱাঁ করুণা, পুৰোৱাঁ কামনা,
চপোৱাঁ চৰণ-ফালে ।

---

( ২ )

## বাণী বন্দনা

খাম্বাজ—কাওৱালী ।

নমো বাণী বীণাপাণি ভাৰতী !
বৈছে প্ৰেমৰ স্তুতি ধিয়াই চৰণ দুটি,
অন্তৰে কৰে আৰতি ।
নমো বাণী বীণাপাণি ভাৰতী !

বিতৰে কিৰণ ধৱল কায়,
অজ্ঞান তিমিৰ দিয়ে আঁতৰাই ;
কমল মধুপ শত মন-প্ৰাণ
গুঞ্জৰে গুণগান ;
সঙ্গীত বীণা-তানে ঝঙ্কাৰে প্ৰাণে প্ৰাণে,
সঞ্চাৰে নৱ শকতি ;
নমো বাণী বীণাপাণি ভাৰতী !
বিনয়ৰূপিণী ! দিয়াঁ বিনয়,
গুচোৱাঁ বিমলে হিয়া-নিৰয় ;
নকৰোঁ কামনা আমি ধন-মান,

দিয়াঁ চৰণত স্থান ;
আমি অতি মূঢ়মতি, দিয়াঁ দেবী শুভমতি,
কৰযোৰে কৰোঁ মিনতি ।
নমো বাণী বীণাপাণি ভাৰতী !

---

( ৮ )

## জীৱন-সাৰথি

সুৰট মল্লাৰ—একতালা ।

কি সাহে নো যাওঁ প্ৰভু এই ঘোৰ আন্ধাৰে
জ্বলোৱা বন্তি জ্ঞানৰ শলাৰে ;
মোহেৰে অন্ধ, মায়াৰে বন্ধ,
দুৰ্ব্বল হিয়া, লাগিছে ভয় !

চিন্তা-ভাবনা, বিষাদ-দৈন্য,
আছে দলে দলে বিপদ-সৈন্য ;
নুগুচে যাতনা, নুপুৰে বাসনা,—
লাহে লাহে আয়ু হৈছে ক্ষয় ।

জ্বলোৱা বন্তি, বজোৱা বাঁহী,
তাকে শুনি শুনি যাওঁ হাঁহি হাঁহি ;
তুমি বিশ্বস্বামী, তুমি অন্তৰ্য্যামী,
হওঁ যেন আমি তোমাতে লয় !

---

( ৪ )

## ভকতি-আঁজলি

বিভাস—একতালা।

(আমি) ভকতি-আঁজলি যাচিছোঁ প্ৰভু
বন্দনা-গানে ;
(প্ৰভু) তোমাৰ করুণা-কিৰণ ঢালা
মঙ্গল-দানে।

গাইছে চৰায়ে তোমাৰে মহিমা,
জোন-বেলি-তৰা ঘোষিছে গৰিমা ;
বিবিধ ছন্দে তযু গুণগান
পঞ্চম তানে।

গুচোৱা মনৰ কুৰলী-আন্ধাৰ,
দিয়া গিয়ান-অমৃতধাৰ ;
ফুটোৱা প্ৰীতি-নীতি-অনুভূতি
আমাৰ প্ৰাণে প্ৰাণে।

অৰপি বাসনা তোমাৰ চৰণে
জীৱন-কৰ্ম্ম সাধো ৰঙ্গমনে,—
পুজিম অমোঘ মন্ত্ৰে নিতে
উন্নতি-ধ্যানে।

---

( ৫ )

## চৰণ-তৰী

বেহাগ খাম্বাজ—কাওৱালী।

হিয়া-আসন পাতি আছোঁ লোৱা।
হোৱা প্ৰসন্ন পদধূলা থোৱা॥
(আজি) শকতিৰে ভকতিৰ সম্ভাৰ আনিছোঁ,
নহবা বিমুখ প্ৰভু কৰযোৰে মাতিছোঁ;
(আমি) অবোধ সন্তান, নিঃকিন, অজ্ঞান,
চোৱা প্ৰভু চকু মেলি চোৱা।
(যত) পাপৰ কালিমা প্ৰভু পদজলে গুচোৱা,
কুবাসনা-দাবানল পদজলে নুমোৱা,
(কৰা) নিৰ্ম্মল অন্তৰ উজ্জ্বল সুন্দৰ,—
জ্ঞানৰ বন্তি জ্বলোৱা।
(তুমি) হৃদিৰাজ! হিয়া যেন কৰুণাৰে পালিবা,
প্ৰাণসখা! তুমি প্ৰাণ প্ৰেমডোলে বান্ধিবা,—
(প্ৰভু) অনন্ত, অপাৰ ভৱ-পাৰাবাৰ—
চৰণ-তৰী উটোৱা।

---

( ৬ )

## অমিয়া

মিশ্ৰ জয়জয়ন্তী—একতালা।

দিয়াঁ শান্তি, দিয়াঁ জ্ঞান,
কৰোঁ আমি অমিয়া পান।
নাচে তৰা, নাচে চন্দ্ৰ, নচুৱা আমাৰো পৰাণ!

দিয়াহেঁ হিয়াত শক্তি,
অচল-অটল ভক্তি ;
সকলো পাহৰোঁ. তোমাকে সোঁৱৰোঁ,
ৰঙেৰে কৰোঁ তোমাৰে গান ।
তুমি প্ৰভু বিশ্বস্বামী,
প্ৰাণসখা. অন্তৰ্য্যামী ;
দীনবন্ধু, করুণাসিন্ধু, কৃপাবিন্দু কৰাঁহে দান ।

---

( ৭ )

## সুখ-স্বপ্ন

সিন্ধু—যৎ ।

চাই আজি আনন্দেৰে আশীষিছে ভগৱানে ;
মিলিছে সন্তান আজি তেওঁৰে আহ্বানে ।
সুখ-স্বপ্ন সত্য কৰাঁ,
উজলোৱাঁ বসুন্ধৰা,
উজলোৱাঁ ই জীৱন প্ৰাণভৰা হাঁহিদানে ।

---

( ৮ )

## বাগ্দেবী

ইমন কল্যাণ—কাওৱালী ।

নমো বীণাপাণি ভাৰতী দেৱী কবিতাৰূপিণী বসন্তৰাণী ।
বজোৱাঁ ধীৰেৰে মুৰলা সুৰেৰে
ছয় ৰাগ ছত্ৰিশ ৰাগিণী টানি !

মালাবীণাপুস্তকহস্তে।

ভগৱতী! ভাৰতী! দেবী! নমস্তে,—

গানমোক্ষজ্ঞানসুখশুভদে শোকতাপ-সঙ্কট-উদ্ধাৰিণী!

নমো পৱিত্ৰতাবিনয়ৰূপিণী

শ্বেতবর্ণে শ্বেতসৰোজবাসিনী।

জ্ঞান, সুখ, শুভ দিয়াঁ বৰদে!

পৰম-আনন্দবিধায়িনী!

---

( ৯ )

## পদ-ছাঁয়া

পূৰবী—আড়াঠেকা।

কিয় মিছা মোহ-মায়া, কিয় খেদা মৰুছাঁয়া?

কান্দি-কাটি বিয়াকুল কিয় কৰা মন-কায়া?

আহিছিলা যেনে দৰে

শুচি যাবা অকলশৰে,

এৰি যাবা, এৰি যাব প্ৰাণে প্ৰাণে গঁথা হিয়া।

কৰা কত হিয়া দান,

নোপোৱাচোঁ প্ৰতিদান,

দিয়াঁ বলি ঈশ-পদে, পাবা ঈশ-পদ-ছাঁয়া।

---

( ১০ )

## নির্ম্মালি

**ইমন কল্যাণ—কাওৱালী।**

হিয়াতে থাপনা পাতি দিনে-ৰাতি সেৱোঁ শ্রীচৰণ অন্তৰেৰে ;
দিছা দৰিশন মূৰ্ত্তিমতী দেবী ! অমল ধৱল কায়েৰে.
আমি মতা শুনা কাতৰে ।

কত সাধনাৰে, কত কান্দোনেৰে নলভোঁ তোমাক গোঁসানী !
আহিছাচোঁ আজি আপোন মায়াৰে ;
আমি অভাজনে আদৰোঁ কিহেৰে !
শতেক সেৱক অৱনতশিৰে
মিলিছে মন্দিৰে মন্দিৰে,—
তোমাৰ আশীষ-আশাৰে ।

বাজিছে নিকুঁটে সৰগে-মৰতে,
তযু বীণা-ৰাগ-ৰাগিণী ;
শুনিছে কবিয়ে মুগুধ প্রাণে,—
তোলে তালে তালে কবিতা-গানে।

বিজ্ঞান-গৰিমা, কল্পনা-মহিমা
অমোঘ নির্ম্মালি তোমাৰে,--
তযু পূজাৰীয়ে বিতৰে ।

---

( ১১ )

## কৃপা-ধাৰা

লুম –কাওৱালী।

ঢালা কৃপাধাৰা প্ৰভু ঢালাঁহে ;
বোওৱা শান্তি-নিজৰা হে।
মোহৰ আন্ধাৰ পৰাজি হৃদয়ে
বিনাশে যেন পাপ-কলুষ প্ৰভুহে !
তাৰকা-চন্দ্ৰে ঢালে যেন শান্তি,
মধুৰ মলয়া বতাহে।
গুঞ্জৰি গক গান মানস-অলিয়ে,
কুউ-সুৰে গক পৰাণ-কুলিয়ে ;
কুলু কুলু তানে হিয়া-তটিনী
বৈ যক চৰণ-আশাৰে।

---

( ১২ )

## সোণালী শিকলি

ইমন কল্যাণ—একতালা।

( ক )

( চোৰা ) মেলিলে আমাৰ সুমলীয়া ফুলে
আকৌ এপাহি আজি ;
মেলে যেন ইদৰে বছৰি এপাহি,
জ্ঞানৰ কিৰণে যেন হাঁহি হাঁহি,
বিলাই বিমল জ্ঞানৰ সৌৰভ
থাকে চিৰদিন বাজি।

সোণালী শিকলি ধৰি আঁকোৱালি সোপানত উন্নতিৰ,
বলাঁ নিৰ্ভয়ে কৰি অন্তিম একেটি লক্ষ্য স্থিৰ।

( খ )

বিমল প্ৰেমৰ সুঁতিত সকলো ভিনভাব যায় ভাহি ;
হিন্দু মুছলমান জৈন খৃষ্টান—
এই মন্দিৰত সকলো সমান,
জ্ঞানৰ নিৰ্ম্মালি দিয়ে পূজাৰীয়ে,
লওঁ শিৰে শিৰে হাঁহি।
সোণালী শিকলি ধৰি আঁকোৱালি সোপানত উন্নতিৰ,—
বলাঁ নিৰ্ভয়ে কৰি অন্তিম একেটি লক্ষ্য স্থিৰ।

( গ )

তোমাৰ সন্তান আমি ভগৱান
তোমাৰে আদেশ পালি,
তোমাৰে সৃষ্টি জ্ঞানিৰৰ মনে
কৰিম যত্ন আমি প্ৰাণপণে ;
পাওঁগৈ যাতে জ্ঞানৰ বাটৰ্দৈ
সুখৰ সেন্দুৰী আলি।
সোণালী শিকলি ধৰি আঁকোৱালি সোপানত উন্নতিৰ,
বলাঁ নিৰ্ভয়ে কৰি অন্তিম একেটি লক্ষ্য স্থিৰ।*

— • —

*শিৱসাগৰৰ ফুলেশ্বৰী ইন্‌ষ্টিটিউচনৰ ধূৱেৰেকীয়া বঁটা-বিতৰণী সভাৰ উপলক্ষে ৰচা।

( ১৩ )

## নিয়তি

ঝিঝিট খাম্বাজ—একতালা।

( তুমি ) ফুৰি আঁৰে আঁৰে নিফুঁট সুৰেৰে
বজোৱা মৃদুল বাঁহীটি ;
কৰি মতলীয়া কলৈ মোক নিয়া
মাৰি বিজুলীৰ হাঁহিটি !
দূৰ নীলিমাত আঁচল উৰাই
ফুৰোঁ প্ৰাণভৰি কিবা গান গাই,—
ফুলি ফুলি হাঁয় ওঁয় পৰি যায়
বাসনা-কুসুম-পাহিটি !

---

( ১৪ )

## সত্য শিব সুন্দৰ

বেহাগ খাম্বাজ—একতালা।

শূন্য জীৱন, শূন্য দুনিয়া, বিহৰোঁ শূন্য পৰাণে ;
শূন্য গগন, চন্দ্ৰ-অৰুণ নিৰখোঁ শূন্য বয়ানে।
মায়াৰ ধেমালি, মোহৰ ভ্ৰান্তি,
প্ৰেমৰ মদিৰা, ৰূপৰ কান্তি,—
নিদিলে বিমল শুদ্ধ শান্তি এনুৱা সুখ-নিদানে।
ধন-দৌলত, কাঞ্চন-আওৰৎ আছা আঁকোৱালি হৰষে,
নিমিষতে হব সকলো শূন্য নিঠুৰ কালৰ পৰশে।

সকলো অসাৰ, সকলো শূন্য,
সাৰ মাথোঁ এক ধৰম পুণ্য,—
সত্য শিৱ সুন্দৰ প্ৰভু বিচাৰা স্বপ্নে-ধিয়ানে।

---

( ১৫ )

## সৰগ-সুধা

ছায়ানট—একতালা।

সৰগ-সুধা বৰষিছে আনন্দ-নিদান ;
জীৱন-বীণাত উদাৰ সুৰে বাজে পুণ্য তান
বাজে উলাহ, বয়ান-কান্তি,
মিলন-পৰশ হৰষ-শান্তি,
আবেগভৰা অশ্ৰু-নীৰৰ নীৰৱ সন্নিধান।

যশৰ সৌৰভ বিলাই ফুলক
জীৱন-কুসুমপাহি ;
কৃপা-বিন্দুত আমোলমোলাই
হাঁহক মধুৰ হাঁহি।

জ্ঞান-মন্দিৰৰ সিংহদুৱাৰ
মুক্ত কৰি লোৱা সম্ভাৰ ;
উজলোৱা শীতলোৱা
মলিন আতুৰ প্ৰাণ।

---

( ১৬ )

## ধৰমৰ বীণ

( কীৰ্ত্তন সুৰ )

আজি লম হাঁহিমুখে ভৰাভাৰ।
( ইযে ) করুণা অপাৰ, আনন্দ-আধাৰ,
আশীর্ব্বাদ বিধাতাৰ॥
"পিতাই ধৰ্ম্ম, পিতাই স্বর্গ,
পিতাই পৰম তপ;
পিতা হলে প্রীত প্রীত সৰ্ব্বদেৱ"–
এয়ে মোৰ মন্ত্র-জপ।
আতমাৰ মৰণ নাই,
( হৰিহে ) কীৰিতিৰ মৰণ নাই,—
তন মন ধন জীৱন যৌৱন
সকলো এদিন যায়;
বাজে চিৰদিন ধৰমৰ বীণ
ত্যাগৰ মহিমা গাই।*

---

( ১৭ )

## ঈশ-জ্যোতি

সুৰট মল্লাৰ—একতালা।

( এই ) বিৰাট শূন্য পোহৰ কৰি কি সুন্দৰ ছবি ৰাজে!
( ই ) গহীন নিটাল নিশাৰ তন্দ্রা ভাঙি কোন সৰগৰ বাঁহী বাজে

* 'দেৱযানী' নাটৰ কাৰণে ৰচা।

(সুৰৰ) ভৰত কঁপে বসুন্ধৰা,
নাচে আকাশ-চন্দ্ৰ, গ্ৰহ-তৰা ;
ইঁাহে বিশ্বৰাণীৰ প্ৰাণৰ দৰা অশৰীৰী মোহন-সাজে ।
( মোৰ ) শূন্য কুটীৰ পুণ্য কৰি ইঁাহে ৰঙ্গে মাজে মাজে ।
( মোৰ ) হৃদয়-দুৱাৰ-দলিত কোনে
( কয় ) গভীৰ স্বৰে সংগোপনে,
"সেৱিলে নৰনাৰায়ণে সাৱটিব বিশ্বৰাজে ।"
(পলাল) পলাল চিন্তা, পলাল ভ্ৰান্তি, —
( এয়ে ) এয়ে, স্বৰ্গ, এয়ে শান্তি,
জিলিকিছে আশাৰ বন্তি যদিও ৰুদ্ৰ মেঘে গাজে ।
আপোন হিয়াত পালে কান্তি পাবা নিখিল ধৰা মাজে

---

( ১৮ )

## মিলন-মাধুৰী

মল্লাৰ—কাওৱালী ।

আজি কি মিলন-সুখ মিলন-মাধুৰী
বিয়পিছে সুৰভি বিস্তাৰি ;
এধানি হৃদয়খনি মহামিলনতে
পৰিছেহি জুৰণি বিচাৰি ।
মুকলি কৰিলোঁ আজি হৃদয়-দুৱাৰ,
পদ-ধূলা দিয়াঁ আহি সখাহে !
পাষাণ হিয়াদি জৰা চকুলোৰে গঁথা
লোৱাঁ লোৱাঁ প্ৰেম-মালাধাৰি ।

মিলন-সঙ্গীত শুনি মধু প্ৰতিধ্বনি
হৃদয়-বীণত লোৱাঁ তুলি ;
জোৰাচো শতেক প্ৰাণ একেটি সুৰেৰে
অসুৰ-ভাবনা যত ভুলি।

আজিৰে জীৱন হক জীৱন-চানেকি,
চৰণে হাঁহিব ধৰা সখাহে ;
বৰষিব ভগবানে কৰুণাৰ ধাৰা,
বৰষিব মঙ্গল-বাৰি।

---

( ১৯ )

## ধৰাত নন্দন

বাউল সুৰ।

( আজি ) মিলন-সুৰৰ তালে তালে
নাচিছে ধৰাত নামি নন্দনে ;
(আমাৰ) হৃদয়-সাগৰ উথলিছে সুধাৰ লহৰ-স্পন্দনে।

প্ৰেম-পাৰিজাত আছে ফুলি,
ভক্তি-ভৰে লোৱাঁ তুলি ;
( আনি ) বোৱাওঁ পুণ্য মন্দাকিনী মধুৰ মিলন-স্যন্দনে।

সত্য শিৱ সুন্দৰ হে !
বহাঁ হৃদয়-মন্দিৰতে,
( প্ৰভু ) শীতলোৱাঁ আতুৰ পৰাণ তোমাৰ কৃপাৰ চন্দনে।

এই যে দিলা পৰশ তোমাৰ
মেলিলা মোৰ হৃদয়-দুৱাৰ,
(তোমাৰ) চৰণ-ধূলিত সাগৰ বোৱাম বিপুল হৰষ-ক্রন্দনে।

---

( ২০ )

## হৰি-কীৰ্ত্তন

**পৰজ বসন্ত—তেওৰা।**

হৰিনাম লোৱাঁ গোৱাঁ হৰিগুণগান।
তেহে ভব-মহাসিন্ধুত পাবা পৰিত্রাণ ॥
নানান ভাবে নানান সাজে
হৰিৰ মোহন ছবি বাজে,—
অন্ধ তোমাৰ অন্তৰতে হৰি বিগ্ধমান।
শঙ্খ-চক্র গদা-পদ্ম ধৰি নাৰায়ণ
যুগে যুগে অৱতৰে ভকতৰ কাৰণ।
মোহ-মায়া পৰিহৰি
হৰিৰ চৰণ থাকাঁ স্মৰি;
মাতাঁ হৰিক সকাতৰে, পাবা সন্নিধান।

---

( ২১ )

## ৰোগ-শয্যাত।

**ইমন কল্যাণ—একতালা।**

( দাসক ) কিমান যাতনা দিয়া প্রভু আৰু, শক্তি হৰিছে মোৰ;
দেহ-কান্তি, মন-শান্তি সকলো পৰিছে ওৰ।

কেনে বিতোপন ধৰাখনি হায় !
সৃষ্টি তোমাৰ চাই নামুৱায়,—
শুদ্ধচিত্তে দেহে প্ৰভুহে কৰোঁ যেন কৰযোৰ ।
চৰণ-ধূলিৰ চিৰকাল দাস,
এই সঙ্কটত এথ' নাই আশ ;—
শান্তি-সলিলে নুমুৰাঁ প্ৰভুহে দগ্ধ যাতনা ঘোৰ ।

---

( ২২ )

## দুঃখ-বৰণ

ভৈৰবী—একতালা ।

শূন্য কঁপিছে, মেঘে গৰজিছে, নকঁপে সমূলি প্ৰাণ ;
আশাৰ বিজুলী চমকে উজলি উঠিছে অময়া থান ।
পুৱাৰ শেৱালি তিয়ালে নিয়ৰে
সূৰুয-কিৰণে মচেহি সাদৰে ;
কৰুণা-কিৰণ হলে পৰশন উজলি উঠে বয়ান ।
সুখৰ ৰহণে আবৰে নয়ন,
দুঃখ-নিশাতেহে পৰ্শো শ্ৰীচৰণ ;
বুজোঁ কান্দি-কাটি তোমাকেহে মাতি শীতল পৰে যে প্ৰাণ
সুখে খুলি খুলি খালে হিয়াখনি
নিজৰি নিজৰি আহে চকুপানী ;
হিয়া উপচিব,—শতধাৰে বব অময়া সুখ-উজান ।

---




( ১ )

## মাতৃবন্দনা

অতীতকীর্ত্তিমণ্ডিতং
মহর্ষি আর্য্যবন্দিতং
কর্ম্মিবৃন্দরঞ্জনং
নমামি মাতৃচরণম্।
প্রকৃতিরাগরঞ্জিতং
বিহঙ্গবৃন্দকূজিতং
তুষারমাল্যাভরণং
নমামি মাতৃচরণম্।
অশেষতীর্থচুম্বিতং
মুমুক্ষুভৃঙ্গগুঞ্জিতং
বীরেন্দ্রবীর্য্যধারণং
নমামি মাতৃচরণম্।
অসূয়াস্বার্থদাহকং
হৃদয়ব্যাপ্তিসাধকং
অমৃতমৃত্যুকারণং
নমামি মাতৃচরণম্।



( ২ )

## সন্মিলন-গীত

ইমন কল্যাণ—একতালা।

( ক )

নীৰৱে মধুৰ মিলন-ৰাগিণী বিয়পে বিশ্ব বিধি-অধীন
হিংসা-দ্বেষ, বিষাদ-দৈন্য কৰি অনন্ত বুকতে লীন!
তাৰে তালে তালে তুলি হে আজি
হিয়াৰ তন্ত্ৰী উঠিছে বাজি,—
আজি শুভদিনে শুভ উদ্দেশ্যেৰে মিলাই আনিছোঁ শকতি ক্ষীণ।
বজোৱাঁ শঙ্খ, মঙ্গল-উৰুলী, বজোৱাঁ বন্ধু আনন্দ-বীণ;
সকলো হিয়াৰ নিস্ফুট ৰাগিণী একেটি তানতে কৰা বিলীন।

( খ )

কিহেৰে তুষিম সন্নাৰে পৰাণ,—শকতিবিহীন, দুখীয়া-দীন,
সহানুভূতিৰ অমোঘ নিৰ্ম্মালি হল আজীৱন মহৎ ঋণ।
আনন্দ, স্নেহ, ভকতি হিয়াৰ
উপচি পৰিছে গীততে আমাৰ,—
যাচিছোঁ তাকেহে অতি হেঁপাহেৰে,
লোৱাঁ প্ৰতিদান নকৰি ঘিণ।
বজোৱাঁ শঙ্খ, মঙ্গল-উৰুলী, বজোৱাঁ বন্ধু
আনন্দ-বীণ;
সকলো হিয়াৰ নিস্ফুট ৰাগিণী একেটি
তানতে কৰা বিলীন।

( গ )

ভৱিষ্য সুখৰ সোণালী জেউতি বিৰিঙি উঠিছে হিয়া নচাই ;
বিভু-চৰণতে অৰপি বাসনা বলাঁচোঁ সকলো তাকে ধিয়াই ।
আনন্দ-পতাকা সঘনে উৰাই
নবীন তেজেৰে বলা আগুৱাই,—
নবীন সাহেৰে, নবীন বলেৰে বলাঁচোঁ সুৱঁৰি ই শুভ দিন ।
বজোৱাঁ শঙ্খ, মঙ্গল-উৰুলী, বজোৱাঁ বন্ধু আনন্দ-বীণ,
সকলো হিয়াৰ নিফুট ৰাগিণী একেটি তানতে কৰা বিলীন ।

---

( ৩ )

## জয় জয় ভাৰত জননী

ইমন কল্যাণ—কাওৱালী ।

জয় জয় ভাৰত-জননী
জয় জয় ভাৰত-জননী !
মুহিছিলে তপোবন হোমৰ গন্ধে,
ধ্বনিছিলে ত্ৰিভুবন বেদৰ ছন্দে,
তোমাৰ কোলাতে পৰি কোৰাণ-ছৰিফ ধৰি
লভিছিলে ইছলামে জুৰণি ।
ব্ৰহ্মপুত্ৰ গোদাবৰী গঙ্গা,
পঞ্চসিন্ধু পুণ্যতৰঙ্গা,
মহা মহা গিৰি-নদী অভ্ৰ-বিমানভেদী
প্ৰচাৰিছে গৌৰৱ-কাহিনী ।
মাৰাঠ অন্ধ্ৰ কামৰূপ বঙ্গ
পঞ্জাব গুৰ্জ্জৰ মগধ কলিঙ্গ,—

ত্রিশ কোটি নৰ-নাৰী ধৰমপৰাণধাৰী
সেৱে তযু চৰণ দুখনি।
জাগ্ৰত আজি সেই সুপ্ত শক্তি,
দৈঞ্চাৰে প্ৰাণে প্ৰাণে সুপ্ত ভক্তি,—
এৰা বিষাদিনী বেশ, বান্ধা আই মুক্ত কেশ,
হোৱা পুনু জ্যোতির্ম্ময়ী জননী।

( ৪ )

## চেনেহী জননী বন্দে !

ভৈৰবী—একতাল।

চেনেহী জননী বন্দে !
পূজো হেঁপাহে বুলি চৰণ দুখনি দিলিছোঁ আজি আনন্দে।
কেনে মনমোহিনী কান্তি ধৰিছা তুমি নন্দন শোভা বিতৰি,
কেনে মনোহাৰী পুষ্প-সুৰভি তব বিহঙ্গ-গীতি-লহৰী।
ঘোষিছে নিতে তব অতীত কীৰ্ত্তি মহানদে কত যুগ ধৰি,
গিৰি সন্ধ্যাচল, নৱগ্ৰহ, উৰ্ব্বশী, নীলাচল, উমানন্দে।
চেনেহী জননী বন্দে !

কত মহাতাপস জিৰালেহি হেঁপাহে তোমাৰেহে কোলাতে নিজানে,
আজিও বিহগ-মঙ্গল-আৰতি মগ্ন তপোবন ধিয়ানে !
শঙ্কৰ-মাধৱে সুললিত তানে ধৰ্ম্ম-অমিয়া বিলালে,
গালে তোটয়, ভটিমা, দুলড়ী. লেচাৰি,—বিবিধ ছন্দে।
চেনেহী জননী বন্দে।

মহাসতী ৰাণী জয়মতী আদৰিলে মৰণ স্বামীৰ হন্তে;
থাপিলে কীৰিতি জয়দ'ল সাগৰেৰে,—ঘোষিব মহিমা কাল-অন্তে।
গদা ভগ নৰে ভাস্কৰ বাণে প্ৰতাপ থলে অখণ্ডে,—
ৰত্নধাৰিণী! বীৰপ্ৰসৱিনী! গৰিমাবাহিনী! বন্দে।
চেনেহী জননী বন্দে। *

---

( ৫ )

## অসম কাম্যভূমি

মিশ্ৰ খাম্বাজ—জলদ একতালা।

( ক )

আহাঁ বন্ধু মিলিজুলি, পুজোঁ আহাঁ হিয়া খুলি,
জনমভূমিৰ কমল চৰণ নমো হৈঁপাহেৰে;
(আজি) পুষ্পমালা পিন্ধাওঁ আহাঁ আমি উলাহেৰে।
অসম-মাতৃ! স্বৰ্গাদপি গৰীয়সী তুমি,
মুনিমনমোহা হেৰা অসম কাম্যভূমি!
হেৰা অসম কাম্যভূমি!
হেৰা অসম কাম্যভূমি!

( খ )

উমানন্দ, সন্ধ্যাচলে, অশ্বক্ৰান্ত, নীলাচলে
ধ্যানমগ্ন যোগীবেশে কিৰণ-ভস্ম সানে;
(নিতে) গিৰি-গুহা জিনি আছে গহীন-গভীৰ তানে।
অসম-মাতৃ- —

* গুৱাহাটীত বহা অসম এছচিয়েশ্যনৰ কনফাৰেন্সৰ উপলক্ষে ৰচা আৰু কৰ্ম্মবীৰ ৺নবীনচন্দ্ৰ বৰদলৈদেৱৰ নেতৃত্বত গোৱা গীত।

( গ )

কেনে শান্ত পৰাণ তোমাৰ, বিচি আছে মলয়-চোৰঁৰ,
হিম-মহাগিৰি আঁছে শিতানতে পৰি ;
(তোমাৰ) যুগে যুগে মহানন্দে পখালিছে ভৰি ।
অসম-মাতৃ——

( ঘ )

পুণ্যতোয়া তটিনীয়ে সাগৰলৈ হিয়া নিয়ে,
চৰায় জেউতি জুৰি-জানৰ প্ৰীতি-উপহাৰে ;
(তাতে) কাচন কাচি তৰু-লতা নাচে পাৰে পাৰে ।
অসম-মাতৃ ——

( ঙ )

সন্তোষীয়া সৰল চহাৰ বিনন্দীয়া প্ৰাণৰ পথাৰ,—
হেঙ্গাৰাৰক লুপ্ত কৰে শিঙ্গা পেপাৰ বোলে ;
(তাৰে) মইনা কুলি কেতেকীয়ে তালে তালে তোলে ।
অসম-মাতৃ——

---

( ৬ )

## চেনেহী জনমভূমি ।

ইমন কল্যাণ—জলদ একতালা

( ক )

কোনে নো যতনে তুলিলে-তালিলে, শিকালে গুৱলা ভাষা,
কোনে নো হিয়াত উলাহ ভৰালে নিজৰে নকৰি আশা ;
কোনে নো মলিন ৰেখাটি দেখিলে মচিব চুমাৰে চুমি ?—
নিচেই নিচলা তুমি, তুমিয়ে চেনেহী জনমভূমি ।

( খ )

কোনে নো এফেৰি আঁতৰৌ বুলিলে দিবকে নোখোজে এৰি ;
কোনে নো ওচৰে-আঁতৰে আছে মৰম-প্ৰীতিৰে বেৰি ;
কোনে নো সম্পদে-বিপদে আছে আলেঙে আলেঙে জুমি ?—
নিচেই নিচলা তুমি, তুমিয়ে চেনেহী জনমভূমি ।

( গ )

উলাহ-ৰাগিণী ধৰিলে সন্তানে পাহৰা হিযাৰ জ্বালা,
আমন-জিমন দেখিলে বয়ান উছাহ-আহুতি ঢালা ;
নীৰৱে মোহন বেণুটি বজাই হিযা উদগোৱা তুমি,—
নিচেই নিচলা তুমি, তুমিয়ে চেনেহী জনমভূমি ।

---

( ৭ )

## ভাৰতবৰ্ষ

ইমন কল্যাণ—একতালা ।

ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব্ব, আমাৰ মান,
শক্তিদায়িনী মাতৃ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান ।

বাপ্পা হামিৰ ভীমসিংহ বীৰ ধন্য কৰিলে আৰ্য্যবংশ ;
সতী পদ্মিনীৰ পুণ্য কীৰিতিৰ ত্ৰিদিব নিনাদি বাজিল শঙ্খ ।
আকাশে-বতাহে শুনো একেবাহে তোমাৰ মহিমা গৰিমা-গান,
মহাতাপসৰ সাদৰী ধাত্ৰী আমাৰ মাতৃ হিন্দুস্থান !
ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব্ব, আমাৰ মান
শক্তিদায়িনী মাতৃ আমাৰ, আমাৰ স্বৰ্গ তীৰ্থস্থান ।

বেদ-কোৰাণৰ আৰতি আজানে কৰা মুখৰিত মৰত-স্বৰ্গ ;
মন্দিৰ-মছজিদ কৰি কোলাকুলি ধৰক সাৰটি ভকতবৰ্গ।
মিলিত শক্তি কৰোঁচো সৃষ্টি, কৰোঁচো বসুধা কম্পমান,
গোৰা সমস্বৰে আমাৰ ভাৰত, আমাৰ স্বৰগ হিন্দুস্থান !
ভাৰতবৰ্ষ আমাৰ হৰ্ষ, আমাৰ গৰ্ব্ব, আমাৰ মান,
শক্তিদায়িনী মাতৃ আমাৰ আমাৰ স্বৰ্গ তীৰ্থস্থান।

---

( ৮ )

## সোণৰ হিন্দুস্থান

খাম্বাজ—জলদ একতালা।

সোণৰ হিন্দুস্থান ! প্ৰাণৰ হিন্দুস্থান !
বাজিছা ধুনীয়া সাজে দুনিয়াত আস্মান।

শিলে শিলে অঁকা চোৰা আৰ্য্য-কীৰিতি-কথা,
নৈৰ ঢৌৱে ঢৌৱে শুনা পুণ্য কাহিনী গঁথা,
বিলায় পৱনে ধীৰে সতীৰ মহিমা-বাণী,
আজিও সুঁৱৰি নাচে পুলকিত পৰাণ।

খড়্গ বৰ্ম্ম অসি বাজে ৰণ ঝন্ ঝন্,
মঙ্গল-গীতি ধৰে চাৰণ-চাৰণীগণ,
শত্ৰুদৰ্প কৰে চুৰ্ণ-বিচুৰ্ণ,
নিৰখে জনমভূমি বিস্ময়বয়ান।

ধৰণী মুকুটমণি এই হিন্দুস্থান ভূমি,
পৰাণ শীতল পৰে তোমাৰ চৰণ চুমি ;

ক্ষুদ্র স্বার্থ দলাদলি দিয়াঁ ভাই দলিয়াই,—
একমন্ত্রে সাধোঁ আহাঁ মাতৃৰ কল্যাণ।

---

( ৯ )

## অসম-গৌৰৱ

ইমন কল্যাণ—জলদ একতালা।

আজি ) তোমাৰ প্ৰেমৰ মহা আকৰ্ষণে আনিছে হে আই টানি,
ই মহামিলন দেখি গম্ভীৰে
আশীষিছে নীলাচল যোগীবৰে,
উমানন্দ-কমণ্ডলুৰে ঢালে শান্তিময়নী পানী।
দিয়াঁচোঁ জননী তোমাৰ পুৰণি অমোঘ মন্ত্ৰ দান,
সেৱোঁ শ্ৰীচৰণ তব সন্তানে হিন্দু মুছলমান।

কেনে প্ৰশান্ত সৌম্য মুৰতি আছা তুমি আই ধৰি:
চোৰ্ৰ তোমাৰ শীতল মলয়,
শিতানত পৰি আছে হিমালয়;
বয় শিৰে শিৰে পুণ্য প্ৰবাহ তোমাৰ অঙ্গ ভৰি।
দিয়াঁচোঁ ......................

যদিও নিজান তোমাৰ আকাশ জিলিকে ইয়াতো তৰা,—
জিলিকি কতনো মহাকবি সতী,
ধৰ্ম্ম-কৰ্ম্ম-বীৰ সেনাপতি,
উজলাই তব মুখৰ কান্তি উজলালে বসুন্ধৰা।
দিয়াঁচোঁ.. ..................

নোহোৱা জননী নিচলা দুখুনী তুমি বসুধাৰ বাণী।
অতীত স্মৃতিৰ মুক্তা-মণিৰে
শোভিছে কণ্ঠ. পুণ্য জেউতিৰে,
তোমাৰ তটিনী-বিহগ-কণ্ঠে শুনো মহিমাৰ বাণী।
দিয়াঁচোঁ ... ... ...

অকল আমাৰ চকুত তুমিতো নোহোৱা কাম্যভূমি
মুনিমনোহৰা তোমাৰ কান্তি,
বিচাৰি তোমাৰ বুকৰ শান্তি
আহিল বশিষ্ঠ গালৱ গোকৰ্ণ আদি কত মহামুনি।
দিয়াঁচোঁ ... ... ...

ধৰাৰ মাজত তুমিয়ে জননী এখনি গুৱনী ধৰা।
কত নো তীৰ্থ, সৰিৎ, সাগৰ,
কত মন্দিৰ, কত গিৰিবৰ,
আছা জনজাতি বুকত সাৱটি অমিয় চেনেহে ভৰা।
দিয়াঁচোঁ ... ... ...

মাতৃহন্তা পৰশুৰামক তাৰিলা তুমিহে দেৱী।
নিমি অভিশাপে ব্ৰহ্মাৰ তনয়ে
দেহহীন হৈ ভ্ৰমি মহাভয়ে,
পালে পৰিত্ৰাণ "মণ্ডল-নিবাস" তোমাৰ চৰণ সেৱি।
দিয়াঁচোঁ ... ... ...

প্ৰথম জেউতি নভোমণ্ডলৰ লভিলা জননী তুমি।
তোমাৰ দেহতে "জ্যোতিকণা" পৰি
ব্ৰহ্মাণ্ড মাজত পৰিল উফৰি,

গালে জয়গান প্ৰাগজ্যোতিষৰ নিখিল মৰ্ত্ত্যভূমি ।
দিয়াঁচোঁ ... ... ...

আছিলা এদিন তুমি ভাৰতৰ জীয়াৰীৰ শিৰোমণি ।
শিলাদিত্যৰ "দান-সাগৰত"
তোমাৰ ভাস্কৰ সন্নাহে আগত.
তোমাৰ ভগই কুৰুক্ষেত্ৰত চলালে অক্ষৌহিণী ।
দিয়াঁচোঁ ... ... ...

অসীম মহিমাধাৰিণী অসমা জননী জনমভূমি !
বাণৰ জীয়াৰী উষা পটেশ্বৰী,
কৃষ্ণবিমোহিনী ৰুক্মিণী সুন্দৰী,
সতী কুলৰাণী বেহুলা সাধনী জয়াৰ জননী তুমি ।
দিয়াঁচোঁ ... ... ...

তোমাৰ সমান আছে নে কোনোবা জননী ভাগ্যৱতী
তোমাৰ হস্তে কত জীয়াৰীয়ে
সমৰভূমিত প্ৰাণ বলি দিয়ে,
তোমাৰ ৰমণী মূলা বীৰাঙ্গনা শক্তি মূৰ্ত্তিমতী ।
দিয়াঁচোঁ ... ... ...

এদিন তোমাৰ প্ৰতাপী তনয় শঙ্খলাদিব ৰজা—
তুলিলে তুমুল ৰণ-তৰঙ্গ,
ললে হেলাৰঙ্গে বিহাৰ-বঙ্গ ;
নব গদা শিৰ ৰুদ্ৰসিংহে উৰালে কীৰিতি-ধ্বজা ।
দিয়াঁচোঁ ... ... ...

তোমাৰ আদেশে, তোমাৰ আশীষে, সমৰ-সাজেৰে সাজি,
· বীৰ-চিলাৰায় লাচিত ফুকনে
পৰাজিলে অৰি প্ৰাণ বলিদানে ;
উঠিল তোমাৰ "মায়াৰ' কীৰ্ত্তন দূৰ-দূৰণিত বাজি।
দিয়াঁচোঁ .. ... ...

শঙ্কৰ মাধৱে হৰিনামৰসে বোৱালে প্ৰেমৰ নদী।
মাধৱকন্দলি, কবি গজপতি,
অনন্তকন্দলি, ৰামসৰস্বতী
কৰিলে সাহিত্য-জগৎ সৃষ্টি ধৰ্ম্মৰ সাগৰ মথি।
দিয়াঁচোঁ ... ... ...

বীৰ মণিৰাম পিয়ালি কুশলে জীৱন আহুতি দিলে।
গুণাভি আনন্দ লক্ষ্মী পদ্ম হেমে,
তৰুণ নবীন গোপী দেশপ্ৰেমে,
উছৰ্গি জীৱন সেৱাত তোমাৰ মহিমা বখানিলে।
দিয়াঁচোঁ ... ... ...

আনিছোঁ জননী হিয়াৰ অৰ্ঘ্য তোমাক পূজিম বুলি ;
দিয়াঁ দিয়াঁ আই চেনেহ-নিৰ্ম্মালি,
হিংসা স্বাৰ্থ দিম আজি বলি ;—
পাতিছোঁ হেঁপাহে জাতীয় যজ্ঞ ভাই-ভনী মিলি-জুলি।*

---

* এই গীতটি ইং ১৯১৬ চনত গুৱাহাটী বহা অসম এছছিয়েশ্যনৰ কনফাৰেন্সৰ উপলক্ষে ৰচা আৰু দেশপ্ৰাণ অম্বিকাগিৰি ৰায় চৌধুৰীৰ নেতৃত্বত গোৱা হৈছিল। এতিয়া একাকি যোগ দি প্ৰকাশ কৰা হল।

( ১০ )

## অসমা জননী

( দুৰ্গানাৰায়ণী আইনামৰ সুৰ )

বীৰপ্ৰসৱিনী মুক্তিপ্ৰদায়িনী চৰণে কৰোঁ প্ৰণাম হে ( অসমা জননী )।
ৰূপে অনুপমা গুণতে অসমা মৰতে অমৰ ধাম হে ( অসমা জননী )॥
মহাযোগী মুনি তপ-ধ্যানে গুণি বুকতে জিৰণি পায় হে।
যুগযুগান্তৰে লোহিতে গম্ভীৰে তোমাৰে মহিমা গায় হে ॥
তোমাৰ সন্তানে ভগদত্ত বাণে নৰনাৰায়ণ ৰজাহে।
লাচিত ভাস্কৰে শ্ৰীমন্ত শঙ্কৰে উৰালে কীৰিতি-ধ্বজাহে ॥
তোমাৰে জীয়ৰী জয়মতী কুঁৱৰী কৰিলে মৰণ জয় হে।
পুণ্য শোণিতেৰে জয়সাগৰেৰ সঞ্জীৱনী সুধা বয় হে ॥
আজি পুণ্য তিথি জয়া-জয়-গীতি বিজয়-গৌৰৱে গাম হে।
জয়া-স্মৃতি ধৰি জয়-যাত্ৰা কৰি পশিম মুকুতি-ধাম হে ॥

---

( ১১ )

## জাগাঁ জাগাঁ তৰুণ

( ৰাগ আঁসোৱাৰী )

জাগাঁ জাগাঁ তৰুণ প্ৰলয়-হুঙ্কাৰে জাগাঁ—
মহান জীৱন-ব্ৰতে লাগাঁ।
জননী জনমভূমি অভয় চৰণ চুমি
মাভৈঃ অমোঘ বাণী মাগাঁ॥

ব্রহ্মপুত্র নদসম বিশাল অন্তর মন,
হিমশৃঙ্গ সম উচ্চ শির,
উন্মুক্ত পবন বেগে আশুরা নবীন তেজে—
ব্রহ্মচারী ধর্ম্ম-কর্ম্ম-বীর।

অবিদ্যার অন্ধকার অন্ধ কুসংস্কার
দুঃখ-দৈন্য-অসুর বিনাশি,
ধরাতে সরগ করা. সোণারে অসম গড়া
জননীর মহিমা প্রকাশি ॥

---

( ১২ )

## মুক্তি-শঙ্খ

মিশ্র কাফি—দাদরা।

মুক্তি-শঙ্খ বাজে হে।
জাগ্রত নরনারায়ণ-মূর্ত্তি বিরাজে ॥
মায়ার শৃঙ্খল কারাগার ভাঙি,
মোহ-তিমিরের যবনিকা দাড়ি,
মুক্ত আত্মা অভয় মন্ত্রে মেঘমন্দ্রে গাজে হে।

শত শতাব্দীর জড়তা,
শত বান্ধোনর দীনতা,—
এড়াবি ওলোরা বীর-বীরাঙ্গনা
শান্তি-সেনা-সাজে হে।

বিশ্ব প্ৰেমৰ মধুৰ মিলনে,
শান্তি-সুষমা স্নিগ্ধ কিৰণে,
সত্য শিৱ সুন্দৰৰ কেনে
মোহন মুৰতি ৰাজে হে ॥*

---

## ( ১৩ )

## যজ্ঞৰ পূজাৰী

( বিয়া নামৰ সুৰ )

অসমী আইৰ আঁচলৰ ধন যজ্ঞৰে পূজাৰী (হে ৰাম ৰাম)
ভক্তি-ফুলৰ লোৰী আমাৰ ৰৰণ-মালাধাৰি (হে ৰাম ৰাম)।
কিনো আছে কি দি তুষিম দীনে-দুখীয়াই, (হে ৰাম ৰাম)
দন্তে তৃণ তুলি ধৰোঁ, মৰষিবা দায়। (হে ৰাম ৰাম)

ভৰা শঙ্খ উৰুলীৰে নিবেদোঁ শৰাই; (হে ৰাম ৰাম)
মন্ত্র দিয়া যুগ-ধৰ্ম্মৰ নিৰ্ম্মালি বিলাই। (হে ৰাম ৰাম)
মোহ-মায়াই হিয়াৰ বন্তি দিয়ে সুমুৱাই, (হে ৰাম ৰাম)
জ্ঞান-খনিৰ তৈল ঢালি দিয়াঁহি জ্বলাই॥ (হে ৰাম ৰাম)

---

* ৪৯০ শঙ্কৰাব্দত শিৱসাগৰৰ শিৱদ'লত পতা মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ তিথি-সভাৰ আৰম্ভণী গীত।

( ১৪ )

## কিহৰ শঙ্কা কিহৰ ভয়

ইমন কল্যাণ—দাদৰা দ্রুতলয়।

শৌৰ্য্যে-বীৰ্য্যে অসমা জননী

কিহৰ শঙ্কা, কিহৰ ভয় !

বজোৱা শঙ্খ, বিজয়-ডঙ্কা, —

বোলাঁহে অসম-মাতৃৰ জয়।

কত নো ধুমুহা ডকা চাকনৈয়া

শিৰৰ ওপৰে গৈছে বৈ ;

অভ্রভেদী গিৰিৰ দুৰ্গে

উচ্চ শিৰেৰে আছে যে বৈ।

সোণালী শস্য লখিমী আই

যুগ-যুগান্তৰে আছা বিলাই ;

জীয়াৰী লুইতে হিয়াৰ সম্ভাৰ

দেশ-বিদেশত যাচিছে গই।

এনুৱা ধৰমী এনুৱা মৰমী

শক্তিধাৰিণী আই !

কেশাগ্র তোমাৰ স্পৰ্শ কৰিব

সাধ্য কাৰো যে নাই।

---

( ১৫ )

## জনমভূমি

**মিশ্র মালকোষ—একতালা (ঢিমা লয়়) ।**

জনমভূমি ! জনমভূমি !
সৰগতো অধিক তুমি ।
জন্মে জন্মে যুগে যুগে
থাকোঁ যেন আই চৰণ চুমি ॥

জীৱন পুণ্য তোমাৰ সেৱাত,
মৰণ ধন্য তোমাৰ কোলাত ;
তুমি ভক্তৰ মুক্তি-নিলয়়,
জীৱন-হোতাৰ যজ্ঞভূমি ।

বীৰ-সন্তানৰ শোণিত-বিন্দু
মিলি বয় সৌ লোহিত-সিন্ধু ;
অমৰবৃন্দে হিম-শৃঙ্গে
তোমাৰ কান্তি আছে জুমি ।

---

( ১৬ )

## পৰবৰ অধিপতি

**বেহাগ খাম্বাজ—একতাল ।**

আজি পৰবৰে অধিপতি লোৱাঁহি ভক্তি-কিৰীটি ।
পূজাৰ বেদীত পাতিছোঁ থাপনা হিয়াৰ গভীৰ প্ৰীতিটি ।

হুমোৱা চাকিটি দিয়াঁহি জ্বলাই,
জঁয় পৰা ফুল দিয়াঁই ফুলাই,—
সুপ্ত চেতনা দিয়াঁহি জগাই,
অতীতৰ মধু স্মৃতিটি ।
উঠে হাহাকাৰ বসুধা বিদাৰি,
শঙ্কিত প্ৰাণ উঠিছে জিকাৰি,—
মাভৈঃ বাণী সুৰেৰে সঞ্চাৰি
শুনোৱাঁ শান্তি-গীতিটি ॥ *

---

( ১৭ )

## অ' মোৰ অসমী আই !

### (টোকাৰী গীতৰ সুৰ)

অ' মোৰ অসমী আই
তোৰ মান জগতত নাই ।
ৰূপে যে অসমা গুণে অনুপমা,
দেৱৰো বাঞ্ছিত ঠাই ॥
তোৰে পো লাচিতে শৰাইঘে ৰণতে
ৰাখিলে তোৰে যে মান ;
তোৰে জীয়ৰীয়ে মূলা ৰমণীয়ে
দিলে যে জীৱন দান ।
তোৰে পো শঙ্কৰে নামৰে সুৰেৰে
বিলালে ভকতি ধন ;

---

* ৪৯৩ শঙ্কৰাব্দত শিৱসাগৰৰ শিৱ'দলত পৰা শ্ৰীশঙ্কৰদেৱ-তিথি-সভাৰ বৰণ-গীত ।

তোৰে জয়মতী খনা লীলাৱতী
নাৰী কুলৰে ৰতন।
তোৰে ফুলনিতে সোণৰ ফুল ফুলালি,
চিঙি নিয়ে কোনোবাই ;
তোৰে বুকু ফালি লোকক খুৱালি,
তোৰ যে খাবলৈ নাই।
লুইতৰ পাৰৰে আই সৰস্বতী
গঙ্গাৰে পাৰলৈ যায় ;
যোড়শোপচাৰে মাতিছোঁ কাতৰে
আনিবি পুনু ঘুৰাই।
কৰিছোঁ মিনতি, দে আই শকতি
বীৰৰে তেজ বোৱাই ;
তোৰ দুখ আঁতৰাম, তোৰ মুখ উজলাম,
ফুৰিম তোৰ মহিমা গাই॥ *

---

( ১৮ )

## স্বস্তি স্বাগতম্

মিশ্র বেহাগ খাম্বাজ—চৌতাল।

আহাঁ আহাঁ বীৰমণি
হৃদি-সিংহাসনখনি
থৈছোঁ সজাই তোমাৰ কাৰণে
দিয়াঁহি চৰণ-ধুলি।

---

* অসমত গুৱাহাটী বিশ্ববিদ্যালয়ৰ দাবী কৰি শিৱসাগৰত পতা পোন-প্ৰথম ৰাজহুৱা সভাৰ উপলক্ষে ৰচা আৰু গোৱা গীত।

স্বতি স্বাগতম্

স্বস্তি স্বাগতম

মহান আলোকে উঠক আমাৰ

হৃদয়-সৰোজ ফুলি ।

পূণ্য মন্দিৰৰ শঙ্খ-আৰতি,

শূন্য কাৰেঙৰ মুগ্ধ সাৰথি,

সাগৰ-লহৰে সমীৰে আদৰে

কুঞ্জ-কুটীৰৰ অতিথি ।

কান্দিছে ফেঁকুৰি শত ভাই-ভনী,

আহিছা লৰৰি নেমানি আমনি,—

দিয়াঁ নিচুকাই চেতনা জগাই

আশা-ভৰসাৰ বুজনি । *

---

( ১৯ )

## অসম-মাতৃ

### (দুৰ্গাবৰী সুৰ)

এহে জন্মভূমি অসম-মাতৃ হে প্ৰণমো চৰণ ।

নমো নমো ভক্তবৃন্দ নৰনাৰায়ণ হে ।।

পুষ্পমাল্য অশ্ৰু-অৰ্ঘ্য কৰিছোঁ অৰ্পণ (হে ৰাম ৰাম),

মঙ্গল-উৰুলী-ধ্বনি উঠিছে সঘন হে ।

---

* ইং ১৯২১ চনত মাননীয় পণ্ডিত মদনমোহন মালব্যজীৰ সম্বৰ্দ্ধনা-সভাত শিৱসাগৰত গোৱা হৈছিল।

যজ্ঞৰ পূজাৰী লোৱা হৃদি-সিংহাসন (হে ৰাম ৰাম),
মাতৃপূজা মহামন্ত্ৰ কৰাঁহি ঘোষণ হে।

যিটি মন্ত্ৰে দেশে দেশে নৱ জাগৰণ (হে ৰাম ৰাম)
সেই মন্ত্ৰ প্ৰাণে প্ৰাণে কৰাঁ সঞ্চাৰণ হে।
বিভু-সৃষ্টি লীলা বুজা মাতৃৰ মহিমা (হে ৰাম ৰাম):
নিৰ্ম্মালি মাগিছোঁ সত্য জ্ঞানৰ গৰিমা হে।

অন্তৰত মাতৃমূৰ্ত্তি কৰাঁহি আপনা (হে ৰাম ৰাম).
তাপস সাধকে যিটি কৰে আৰাধনা হে।
মাতৃৰ চৰণ-সেৱা পৰম ধৰম (হে ৰাম ৰাম)
প্ৰাণপণে সাধোঁ ইহ জনম কৰম হে

---

( ২০ )

## আৱাহন

(বিয়ানামৰ সুৰ)

দুখীয়াৰ ঘৰতে আইৰে পূজাৰী
দিলাহি চৰণৰ ধূলি হে পূজাৰী।
কিহেৰেনো বৰোঁ, কিহেৰে আদৰোঁ.
আৱাহন কৰোঁ কি বুলি হে পূজাৰী।
নাই যে বাহুতে বীৰৰে শকতি
ভগদত্ত লাচিতৰে (হে পূজাৰী),
নাই অন্তৰতে নিষ্কামে ভকতি ধৰ্ম্মবীৰ শঙ্কৰে (হে পূজাৰী)।
নাই জীয়াৰীৰে ৰূপৰে জেউতি উষা, ভানু, ৰুক্মিণীৰে (হে পূজাৰী)

ৰণচণ্ডীবেশে নেনাচে শোণিতে জয়া মূলা সাধনীৰে (হে পূজাৰী)।
আছে তপোবনে নাই যে তপস্যা বশিষ্ঠ, গোকর্ণ মুনি (হে পূজাৰী),
যোগী নীলাচলে আছে তথা লাগি পুৰণি কাহিনী শুণি (হে পূজাৰী)।
নাই লুইততে বণিজৰে নাও, নাই চান্দ সদাগৰে (হে পূজাৰী),
শৰাইঘাটতে হুঙ্কুটে হিলৈ জয়ধ্বনি অসমৰে (হে পূজাৰী)।
পুৰণি কীৰিতি বিনাই "কাৰেঙে" হিয়া ভাগি আছে পৰি (হে পূজাৰী),
বয় জেৰেঙাতে শোকৰে "সাগৰে" সতীৰে শোণিতে জৰি (হে পূজাৰী)।
দেউল-দ'লৰে সোণৰে কলচী ভগনৰে চিনে ৰাজে (হে পূজাৰী),
"সাগৰ"-পাৰতে পুৰবী সুৰতে সোৱঁৰণী-বীণে বাজে (হে পূজাৰী)।
চকুলো-নিযৰে ভকতি-ফুলেৰে নিবেদো এই শৰাই (হে পূজাৰী);
দিয়া আশীৰ্ব্বাদে আইৰে সুদিনে আনিম আমি ঘূৰাই (হে পূজাৰী)॥ *

---

( ২১ )

## সমদল-গীত

মিশ্র ইমন—একতালা।

সঁপা জননীতে প্ৰাণ,
গোৱাঁ সমস্বৰে গান,
অসমৰ জয়ৰবে পূৰক বিমান।
শিৰে শিৰে বক তপ্ত শোণিত,
উৰক গৰৱে বিজয়-নিচান॥

* ২৯।১০।৩৬ তাৰিখৰ দিনা দেশভক্ত ফুকনৰ পৌৰোহিত্যত শিৱসাগৰত বহা অসম ছাত্ৰ সন্মিলনৰ ১৯শ অধিবেশনৰ বৰণ-গীত।

বজ্রেৰে বান্ধাঁ শতেক হৃদয়,
সংহাৰাঁ বিঘ্ন, কৰাঁ ভয় জয়,
বুৰঞ্জীত ৰাখাঁ কীৰ্ত্তি অসমৰ
সোণালী আখৰে যুগযুগান্তৰ
উৰৱ গৰৱে বিজয়-নিচান।

সৌৰৱাঁ বীৰ্য্য চিলা, লাচিতৰ
ধৰ্ম্মৰ বাণী শুক শঙ্কৰৰ
সতীত্ব কীৰ্ত্তি জুৱঁৰি জয়াৰ,
জাগ্ৰত কৰাঁ চেতনা এবাৰ,—
উৰুক গৰৱে বিজয়-নিচান॥

---

( ২২ )

## অসমী আই।

মিশ্ৰ ভৈৰৱী—একতালা।

কৰিছোঁ প্ৰণতি অনন্তশক্তিধাৰিণী অসমী আই!
অধম সন্তানে মাগিছোঁ শৰণ, গৰমাঁ শতেক দায়।
কুণ্ড তীৰ্থ সত্ৰ মন্দিৰ পৱিত্ৰ,
ব্ৰহ্মপুত্ৰ পূতবাৰি,
তোমাৰ কোলাত শোভে অসংখ্যাত
তাপস-পৰ্ব্বতশাৰী।
ভগদত্ত বাণে নৰনাৰায়ণে
অক্ষয় কীৰিতি থলে;

কত্ৰ, চিলাৰায় লাচিত, গদাই
বীৰেন্দ্ৰ-খিয়াতি ললে।
সতীৰ মহিমা, জাতিৰ গৰিমা
প্ৰকাশিলে জয়মতী ;
তোমাৰে জীয়ৰী বিদুষী সুন্দৰী
উষা, খনা, লীলাৱতী।
মাধৱ শঙ্কৰে নামৰ ঝঙ্কাৰে
বোৱালে অমৃত নৈ ;
অধৰমৰাশি কলুষ বিনাশি
"চলিলে" ধৰম থৈ।
গৌৰব-জেউতি ভূষিতা মূৰুতি
হিয়াত থাপনা কৰি ;
বাজে শুভদিনা শত হৃদি-বীণা
স্বদেশ-প্ৰেমেৰে ভৰি।

---

( ২৩ )

## চ'তৰ বিয়লি বেলা

মিশ্ৰ খাম্বাজ—দাদৰা।

(আজি) চ'তৰ বিয়লি বেলা
মেঘৰ মোহন মেলা,
মধু-মিলনৰ মাধুৰী ;
বাসন্তী বতাহে উটি-ভাহি আহে
অমিয় সুৰৰ লহৰী।

সোণৰ কলচী হাঁহিছে মিচিকি
সাগৰ পাৰত জিলিকি ;
নৈৰ সিপাৰৰ পুৰণি বীণাটি
বাজিছে আপুনি ঝিণিকি।

সতীৰ মহিমা, বীৰৰ গৰিমা,
শিলৰ প্ৰতিমা তাহানিৰ,
আজি জাগি উঠি আহ্বানী গীতি
গায় দুৰণিৰ অতিথিৰ।

---

( ২৪ )

## ভাষা-নাও

মিশ্ৰ ভীমপলশ্ৰী—কাহাৰবা।

ধুৱঁলি-কুৱঁলী মেঘ, মাৰে গাজনি,
আহিছা অতিথি-দেৱ একো নগণি।
মৰহা আশাৰ ফুল যতনে ভৰাই
নিচলাৰ সেৱাটিৰে যাচিছোঁ শৰাই।
চেনেহী ভাষা-ফুলনিখনি
তোমাৰ মন্ত্ৰত পুনু হওক গুৱনি।
তুলবুল ভাষা-নাও, দিশ নমণি,
কাতৰে অসম-আয়ে কৰে বিননি!

যতনাই লোৱা ৰ'ঠা, ধৰা শুৰি,
চাকনৈয়াত পৰি যায় জানোচা বুৰি ।*

---

( ২৫ )

## ৰংপুৰ

**মিশ্র তিলক কামোদ—কাহাৰবা ।**

ৰং-কাৰেঙৰ ৰংপুৰলৈ আহিছা ৰঙেৰে পূজাৰী !
সপোন-স্মৃতিৰ ফুলেৰে যাচিছোঁ বৰণৰ মালা ইধাৰি ।
শত আবেগত স্পন্দিত প্ৰাণ,
নিয়াঁহি অভয় মন্ত্ৰ দান ;
সঞ্জীৱিত কৰা মানস-কুসুম নৱ আশা-বাৰি সঞ্চাৰি ।
জীৱন-মৰণ সন্ধি-ক্ষণ আজি,
জীৱনৰ সুৰ উঠে যেন বাজি ;-
উদে যেন পুনু গগনত ভানু আঁউশী আন্ধাৰ বিদাৰি ।†

---

( ২৬ )

## বাণী পূজা

**ইমণ কল্যাণ—একতালা ।**

লোৱাহি বাণীৰ সেৱকবৃন্দ ভক্তি-আঁজলি আজি.
মিলন-পৰশে মানস-কুঞ্জ উঠিছে হৰষে বাজি ।

---

* শিৱসাগৰত পুনৰ সঞ্জীৱিত কৰা অসম-সাহিত্য-সভাৰ ১৯শ সম্মিলনৰ উপলক্ষে ৰচা আৰু গোৱা হৈছিল ।

† অসমৰ প্ৰধান মন্ত্ৰী উজনিৰ ৰংপুৰলৈ অহাৰ উপলক্ষে ৰচা আৰু গোৱা গীত ।

মন্দিৰ ভৰি মঙ্গল সুৰে উথলে পুণ্য তান,
নমে শত পূত প্ৰাণ ;
বৰষে আশীষ নবীন বৰষে অশৰীৰী সাজে সাজি।
নাই দুখীয়াৰ পূজাৰ সমল ৰত্ন-মুকুতা-মণি,
দুটি তলসৰা ভাব-কুসুমেৰে সজাওঁ চৰণখনি।
হাঁহিছা জননী নিৰখি তোমাৰ আশা-ভৰসাৰ থল,
দিয়াঁ বৰ, দিয়াঁ বল,—
পদৰেণু সনা এটি ধূলিকণা, পৰক জীৱন বাজি।*

---

( ২৭ )

## মধু ছন্দে

মিশ্ৰ কামোদ—কাহাৰবা।

মধু ছন্দে বীণা বাজিছে।
স্বৰ্গ নামিছে, বিশ্ব হাঁহিছে, প্ৰাণ নাচিছে॥
মিলন-জ্যোতি পুণ্য পৰশে
সুপ্ত আতমা জাগিছে হৰষে,
বিভুৰ আশীষে নতুন বৰষে
অমৰ বৃন্দে বিস্ময়ে দৰশে,—
পুষ্পবৃষ্টি আজি ঢালিছে।
মধুৰ স্মৃতি আহিছে উজলি,
গভীৰ প্ৰীতি উঠিছে উথলি,

* ডিব্ৰুগড়ত বহা অসম-সাহিত্য সম্মিলনৰ উপলক্ষে ৰচা আৰু গোৱা হৈছিল।

স্বৰি অতীত বুৰঞ্জী সোণালী—
লুপ্ত ৰত্ন হেঁপাহে বুটলি,
নতশিৰে ভক্তে যাচিছে।
গৌৰৱমণ্ডিত আৰ্য্যবংশ !
কৰা বিঘোষিত জাতীয় শঙ্খ ;
মোহ-ভ্ৰান্তি কৰাঁচো ধ্বংস,
জিলকোৱা পুনু মাতৃ-অঙ্ক,—
স্বাৰ্থ-আহুতি প্ৰেমে মাগিছে ॥

———

( ২৮ )

## মায়াপুৰী

ঝিঝিট—একতালা।

(আজি) হৃদয় ভাগে দেখি তোমাক মলিন বয়ানে,
কি বুজনি দিমনো হে আই নিঃকিন সন্তানে ;
মচাঁ তোমাৰ চকুলো-ধাৰ, নসহে পৰাণে।
(আজি) স্মৃতিৰ মলয় উৰি
(আহে) আতুৰ পৰাণ জুৰি,
শুনায় অতীত বাণী কাণে কাণে,
আবেগ-লহৰ তোলে হিয়াত মধুৰ মিলন-তানে।
(এদিন) লাচিত ফুকন বীৰে,
(ধৰি) তোমাৰ আদেশ শিৰে,
শৰাইঘাটৰ নদী-অভিযানে,
ঘটুৱালে অৰাতিক সমৰ-আহ্বানে।

(এদিন) দেৱান চিলাৰায়ে
(আই) তোমাৰ আশীষ পায়ে,
বিজয়-মুকুট পিন্ধি ৰণে ৰণে,
উৰিছিলে দেশে দেশে গৌৰৱ-নিচানে।
(এদিন) তোমাৰ নয়নমণি,
মূলা ৰাধা ৰমণী,
জ্বলি কোপে মাতৃ-অপমানে,
সমৰভূমিত ৰাখিলে মান প্ৰাণ বলিদানে।
(এদিন) ৰণে ৰণে পৰি
তোমাৰ যতেক অৰি,
প্ৰকাশিলে দেহি হতাশ প্ৰাণে,—
কামৰূপ মায়াপুৰী ধ্বংসে মায়াৰ বাণে ॥"

---

( ২৯ )

## জয়া-গীতি

( আইনামৰ সুৰ )

মাতৃপূজাৰ যজ্ঞবেদীত লোৱা আসন শীৰে,
চেনেহসনা অশ্ৰু-মালা যাচোঁ নতশিৰে।
নাই কাৰেঙত ৰাজসিংহাসন, আজি মৰিশালি,
উৰুঙা হল ৰংপুৰৰ প্ৰাণ বিষাদ-অশ্ৰু ঢালি।
জয়াৰ তেজৰ টোপাল পৰি ভৰিল সাগৰ যিটি
সেয়ে মাথোঁ জুৰণিৰ থল,—সেয়ে জয়া-গীতি।*

---

* জয়মতী-উৎসৱৰ বৰণ-গীত।

( ৩০ )

## জয়াঞ্জলি

( বিয়ানামৰ সুৰ )

জেৰেঙা পথাৰত কিমান দুখ সহিলা,
সুকোমল দেহাত অই জীয়াতু ভুগিলা,
নিঠুৰে ৰজাৰ অই ! যমৰে যাতনা
নীৰৱে সহিলা—
আপোন ব্ৰত নেৰিলা ।

আঁচলৰে ধনে লাই-লেচাইক এৰিলা,
জীৱনৰ লগৰী গদাকো তেজিলা ;
আপোন প্ৰাণ তিয়াগি স্বামীৰ প্ৰাণ ৰাখিলা,
দেশকো ৰাখিলা,—
খিযাতি ৰাখিলা ।

ৰজাৰে কাৰেঙৰ অহঙ্কাৰ ভাঙিলা,
জগতৰ হিযাৰে কাৰেঙত বহিলা ;
আতমা-বলেৰে পশু-বল জিনিলা,
মায়াৰ বান্ধ চিঙিলা,
মুকুতি লভিলা ।

পুইণ তেজেৰে জয়ৰ ফুল বাছিলা,
নাৰীৰে কুললৈ চানেকী ৰাখিলা ;
জয়াৰে জয়ে অই গায় জয়সাগৰ বৈ,
মৰণ জয় কৰিলা,—
অমৰ হৈ মৰিলা । *

---

* জয়মতী-উৎসৱত পুষ্পাঞ্জলি দিওঁতে গোৱা গীত ।

( ৩১ )

## জয়া-তীৰ্থ

**ইমন কল্যাণ—কাহাৰবা ।**

ভক্তিভৰে মাগোঁ মুক্তি-বাণী
শক্তিৰূপিণী আই সতীকুলৰাণী !
পৰাজি পাশৱ বল অন্যায় বিধান
সাধিলা মহান ব্ৰত স্বদেশ-কল্যাণ ;
জ্যোতিৰ্ম্ময় বেশ ধৰি পশিলা সৰগ-ধাম,
মৰণ বৰণ কৰি ৰাখিলা অমৰ নাম ;
সঞ্চাৰাঁ শকতি মন্ত্ৰ সঞ্জীৱনী
মৃত্যুঞ্জয়ী বীৰজায়া জয়া-জননী !
আজি পুণ্য তিথি দিনা গাওঁ জয়া-জয়গান,
জয়া-তীৰ্থ-সলিলেৰে শীতলাওঁ প্ৰাণ ;—
নাচক অন্তৰ আজি সতীৰ মহিমা গুণি,
ধমনীত বক বীৰ-শোণিতৰ সুৰধুনি ;
মাতৃৰ পাৱত পৰোঁ ভকতি-সম্ভাৰ আনি,
"সাগৰত" উপচিছে চকুৰে পানী ॥

( ৩২ )

## উলাহ-সঙ্গীত

( বেণুৰ সুৰ )

আজি বৰষ নবীন      আজি হৰষৰ দিন
বাজে অন্তৰ-বীণ, নাচে প্ৰাণ ;

বলাঁ আগুৱাই বীৰ, কৰি ই লগন স্থিৰ
গাই গাই জননীৰ জয়গান।

প্ৰকৃতি-দেবীয়ে চোঁৱা ধৰিছে যোগান,
অতীত স্মৃতিয়ে দিয়ে প্ৰতাপ মহান ;
গিৰি-নদী-দেৱালয়ে কৰিছে প্ৰমাণ,
নাই কোনো অসম সমান !

শঙ্কলাদিৰ, ভগ, বাণ, চিলাৰায়
ভুবনবিজয়ী বীৰপ্ৰসৱিনী আই,—
শুচাব লাগিব আমি ই হেন বিলাই
হওঁ যদি অসম-সন্তান।

যাচোঁ যদি চৰণত বিবিধ সম্ভাৰ,
পিন্ধাওঁ ডিঙিত নানা মণি-অলঙ্কাৰ,
প্ৰাণে প্ৰাণে কৰোঁ মহাপ্ৰাণৰ সঞ্চাৰ,
উজলিব জননী-বয়ান।

স্বৰ্গাদপি গৰীয়সী জননী-অসম !
তোমাৰ চৰণ-সেৱা পৰম ধৰম,
সামৰি তোমাতে ইহ জনম-কৰম,
স্বৰগলৈ কৰিম প্ৰয়াণ।

———

( ৩৩ )

## মিনতি

মিশ্র ইমন—আড়াঠেকা।

মাগোঁ আই চৰণ-ৰেণু কাতৰ প্ৰাণে।
হেৰা মোৰ জন্মভূমি!
হেৰা মোৰ জন্মভূমি!
হেৰা মোৰ জন্মভূমি!
হেৰা মোৰ জন্মভূমি মিলন-গানে—
মাগোঁ আই চৰণ-ৰেণু কাতৰ প্ৰাণে।

জাতীয় ভাবৰ লহৰ হিয়াত তুলি,
জননীৰ কোলাত এবাৰ বহক বুলি,
লোহিতে তোমাৰ তনয় বুকত আনে।
চিৰদিন তোমাৰ কাৰত এবাৰ আহি,
দেখোঁ যেন মুখত তোমাৰ মধুৰ হাঁহি।
আজিৰ এই মহাযজ্ঞ স্মৰণ কৰি,
মিলনৰ মহামন্ত্ৰ শিৰত ধৰি,—
জননীৰ চৰণ সেৱিম জীৱন-দানে;
মাগোঁ আই চৰণ-ৰেণু কাতৰ প্ৰাণে।*

---

* ১৯১৭ চনত গুৱালপাৰাত বহা অসম এছছিয়েচনৰ কনফাৰেঞ্চৰ উপলক্ষে ৰচা আৰু গোৱা হৈছিল।

( ৩৪ )

## বিহুৱান

বেহাগ খাম্বাজ—চৌতাল।

( আজি ) লৈ নৱ সাজ নৱ বৰষৰ,
হৃষি অনন্তৰ চোকা ফুলশৰ,
ঢোল, পেঁপা, খোল, টকা, তাল লৈ
আহাঁ বিহুৱান ৰঙালী !
সলনা-সলনি কৰোঁ প্ৰীতিদান,
দিগন্ত কঁপাই গোৱাঁ জয়গান ;
ঢোলৰ গাজনি শুনি আঁতৰক
মনৰ শঙ্কা সমূলি।
শালি, লাহী, জহা মাণিকীমধুৰী
বোৱাঁ, ৰোৱাঁ, দোৱাঁ চকু জুৰ কৰি ;
কৰোঁ হৃদয়ত যাউতিযুগীয়া—
প্ৰেমৰ কোমল গজালি !
কিয় নো অলীক ভাবতে বলিয়া ?—
লভোঁ মৰতেতে আকাশী অমিয়া,
ত্ৰুপৰ নিশাতো নেহাঁহেনে বাক
জগত এসুৱা জোনালী !
আগত বিশাল কৰম-ক্ষেত্ৰ—
চোৱাঁ মেলি আজি ভৰসা-নেত্ৰ ;
কৰিব বিভুৱে কৰুণা-বৃষ্টি,
হব ই জীৱন সোণালী।

( ৩৫ )

## জয়া-মঙ্গল

**ইমন কল্যাণ—ঢিমা তেতালা।**

আই কি পুণ্যফলে লভিছোঁ চৰণে ঠাই।
পতিভক্তি নাৰী-শক্তি মূৰ্ত্তিমতী দেবী আই
অস্থি তোমাৰ জয়দ'ল,
তেজেৰে সাগৰ হ'ল ;
যাবচ্চন্দ্ৰদিবাকৰ থাকিব জগতে চাই।
নৰক-যন্ত্ৰণা পাই,
তেজি মানবীৰ কায়,
শোভিছা স্বৰগ দেবী ত্ৰিভুবন উজলাই।

---

( ৩৬ )

## মহাপ্ৰয়াণ

**সিন্ধু ভৈৰবী—একতালা।**

যোগী তোমাৰ ধিয়ান কোনে ভাঙি দিলে ;
সোণৰ ৰথত কোনে আজি দাঙি নিলে ?
কোনে আৰু খল-পুৰাতে
দিব জগাই মৰম-মাতে,
দিব ঢালি আশিস-বাণী অনাবিলে !
ভাৰত-সাগৰ উথলিছে অশ্ৰু-লোৰে,
কান্দোঁ আজি সকাতৰে পাৰত তাৰে !

জনম-ভূমিত অৱতৰি,
অমানিশাত পোহৰ কৰি
সুমালা,—পোহৰ-আশে সেৱক মিলে ।*

---

( ৩৭ )

## আনন্দ-স্মৃতি

মল্লাৰ—একতালা ।

অমৰ-আনন্দ-নিলয় খিয়াই
জাতীয় পতাকা উৰুৱা ;
সুৰভিবিহীন নীৰস হিয়া
ভক্তি-সলিলে বুৰুৱা ।

নিৰখি গুণৰ গৰিমা,
মানৱী জনম-মহিমা,
বিনয়-প্ৰাণেৰে মিলন-তানেৰে
প্ৰণমা মানস-প্ৰতিমা ।

সুপ্ত পষাণে জগোৱা প্ৰাণ,
অন্ধ নয়নে বিতৰা জ্ঞান ;
নৰনাৰায়ণ-কমল-চৰণে
দিয়াঁ হৃদয়ৰ অৰ্ঘ্য দান ।

---

* ভাৰত-গৌৰৱ স্বৰ্গীয় দাদাভাই নৌৰজীৰ স্বৰ্গ-যাত্ৰা উপলক্ষে ৰচিত ।

চেনেহী জননী বন্দে !
বসুধাৰিণী বন্দে !
বিজয়-উৰুলী শঙ্খ-ধ্বনিৰে
গগন-পৱন পুৰোৱা ।

---

( ৩৮ )

## আদৰণি

মিশ্ৰ ইমন—আড়াঠেকা ।

লোৱা বীৰ বিজয়-মালা নয়ন-নীৰে ।
জননীৰ ৰত্ন তুমি,
জননীৰ ৰত্ন তুমি,
জননীৰ ৰত্ন তুমি,
জননীৰ ৰত্ন তুমি, নতশিৰে ।
জননীৰ আশিস-বাণী শিৰত ধৰি,
জননীৰ অতীত কীৰ্ত্তি স্মৰণ কৰি,
তেজিলা প্ৰাণৰ মায়া অমৰ বীৰে ।
ঢালিলা আতুৰ মুখত জীৱন-পানী,
শুনালা মৰণ-কালত অমৰ বাণী ;
অগনিত জ্বলা ধৰাৰ বুকত ফুৰি,
অতলত ৰণ-তৰীৰ লগত উৰি,—
জননীৰ কোলাত লোৱা আসন ধীৰে
লোৱা বীৰ বিজয়-মালা নয়ন-নীৰে ।*

* ৰণক্ষেত্ৰপ্ৰত্যাগত ৺ডাক্তৰ খগেশ্বৰ ভূঞাৰ সম্বৰ্দ্ধনা-সভাত গোৱা গীত ।

( ৩৯ )

## জয়া-বন্দনা

ইমন—একতালা।

( ক )

যদিও নিজান অসম-আকাশ জিলিকে ইয়াতো তৰা,
টিমিকি টিমিকি জলি লাহে লাহে উজলায় বসুন্ধৰা ;
তাৰে এটি তৰা জিলিকে আজি মহাসতী জয়মতী,—
প্ৰণয়-চানেকি এৰি ধৰাত শোভিছা অমৰাৱতী।

( খ )

বেহুলা শৈব্যা সাবি দময়ন্তী জানকী জগতপূজ্যা—
সেৱিলে যতনে জীৱন-লগৰী, নেৰিলে মৰণ-শয্যা ;
সিসৱায়ো মানে কুৰঁৰী তোমাক সুৱঁৰি তোমাৰ পতি,—
প্ৰণয়-চানেকি এৰি ধৰাত শোভিছা অমৰাৱতী।

( গ )

সেৱক-সেৱিকা সাগৰ পাৰত দূবৰি-আসন পাৰি,
বহিছে, যাচিছে ফুলৰ আঁজলি, ঢালিছে চকুলো ধাৰি ;
জিলিকে কলচী তোমাৰ প্ৰভাৱে, ঘোষিছে বসুধা প্ৰতি,—
"প্ৰণয়-চানেকি এৰি ধৰাত শোভিছা অমৰাৱতী।"

( ঘ )

যি মৰণ সতী ললা আঁকোৱালি যাতনাতো হাঁহিমুখে—
সি মহামৰণে ভক্তি-চকুলো আনিব যুগে যুগে ;

ধন্য কৰিলা জন্ম মৰণে, জন্মভূমিকো সতী !
প্ৰণয়-চানেকি এৰি ধৰাত শোভিছা অমৰাৱতী ।*

---

( ৪০ )

## চেতনা-সঙ্গীত

ঝিঁঝিট খাম্বাজ—দাদৰা ।

ভাৰত ধাত্ৰী মোৰ, অসম মাতৃ মোৰ,—
ধন্য জীৱন, ধন্য প্ৰাণ ;
**বন্দে অসমম্ ! বন্দে ভাৰতম্ !**
ধৰাঁ সমস্বৰে পুণ্য তান ।
উদিছে তৰুণ সৌভাগ্য-অৰুণ,
স্নানিছে কিৰণে মৰ্ত্ত্যধাম,—
জগোৱাঁ জগোৱাঁ সুপ্ত পৰাণ
জলোৱাঁ সুমুৱা মাতৃ-নাম ।
উদ্ধাৰাঁ অসম অতীত কীৰ্ত্তি,
উদ্ধাৰাঁ মাতৃৰ লুপ্ত মান ;
মাধৱ-শঙ্কৰে মধুৰ ঝঙ্কাৰে
বজালে যি মহা সাম্য-গান ।
সিটি মহাসুৰে বান্ধি কোটি প্ৰাণ
বলাঁ বীৰপদে লক্ষ্য স্থান ;

---

* ১৯১৬ চনৰ মাৰ্চ্চ মাহত পতা জয়মতী তিথি-উৎসৱৰ উপলক্ষে বচা আৰু গোৱা হৈছিল ।

মিলন-মন্ত্রে জননী হস্তে
দিয়াঁ হৃদয়ৰ অৰ্ঘ দান।
নাৰী শকতিৰ ৰাখি যি চানেকি
প্ৰয়াণিলে জয়া স্বৰ্গধাম,
সিটি চানেকিৰে তুলি নাৰী-প্ৰাণ
সমাধাঁ নাৰীৰ পুণ্য কাম ;
ভ্ৰাতৃ-ভগিনী মাতৃ-সেৱাৰে
কৰাঁ আমোদিত মাতৃ-প্ৰাণ ।
হিন্দু-মুছলমান, শূদ্ৰ-ব্ৰাহ্মণ,
ভাটী-উজানৰ ভিন্ন জ্ঞান,
কৰে সঙ্কীৰ্ণ ক্ষুদ্ৰ হৃদয়,
কৰে বিদীৰ্ণ মাতৃপ্ৰাণ ;
উদাৰ ভাবেৰে বিশাল প্ৰেমেৰে
কৰাঁ হৃদয়ৰ পূৰ্ণ স্থান ।
ভাৰত-গগনে ভূধৰে-সলিলে
বিয়পি পৰিব নব্য প্ৰাণ ;
উৰিছে উলাহে আনন্দ-পতাকা
উঠিছে উন্নতি পুণ্য-বান ;—
কুলিৰ সুন্দৰ অসম-ফুলনি
হব মহাসুখে নৃত্য-গান ॥

( ৪১ )

## ভাষা দেবী

বিভাস—একতালা।

হিয়াত বাজিছে তোমাৰ মধুৰ বাঁহী ;
মৰত-স্বৰ্গ সুৰত আহিছে ভাহি !
মানস-হ্ৰদত কুৰা বীণা বাই,
শত আবেগৰ সৰোজ ফুটাই,
গুণ গুণ সুৰে মধুপান কৰে
চিন্তা-ভোমোৰা আহি !
সান্ত্বনা দিয়া তুমি বিষাদত,
নৃত্য কৰোৱা মন উলাহত,
ৰঞ্জিত কবি-সঙ্গীত-ৰাগে
প্ৰাণ উজলোৱা চাহি।
যুগ-যুগান্তৰ সঞ্চিত ধন,
ভক্ত-শিৰত কৰা বৰিষণ ;
মন্দিৰ সাজি বন্দিছোঁ আজি
তযু কৃপা-অভিলাষী।

---

( ৪২ )

## জয়া-গীতি

মিশ্ৰ খাম্বাজ—জলদ একতালা

পুৰণি কাহিনী- বাহিনী ৰাগিণী
বজোৱাঁ জননী বজোৱাঁ ;

'সতীৰ মহিমা, জাতীয় গৰিমা
আজি শুভদিনা জগোৱাঁ ।
স্বামীৰ চৰণ সেৱি প্ৰাণপণে
ৰাখিলে যি প্ৰাণ আপোন মৰণে,
থাপিলে কীৰিতি, ৰাণী জয়মতী,
সতী গুণগান শুনোৱাঁ ।
পুৰণি কাহিনী- বাহিনী ৰাগিণী
বজোৱাঁ জননী বজোৱাঁ ।

সতী ! যি মৰণ আদৰি বৰিলা
সি মৰণে নাম অমৰ কৰিলা,
ধন্য কৰিলা জন্ম মৰণে,
মৰণ যাতনা ভুলোৱা ;
পুৰণি কাহিনী বাহিনী ৰাগিণী
বজোৱাঁ জননী বজোৱাঁ ।

বীৰ-স্বামী হাতে ধৰি সতী
আছা স্বৰগত যুগল মূৰতি,—
হৃদয়ে হৃদয়ে মোহন সাজেৰে
সি মূৰতি সৱে সজোৱাঁ ;
পুৰণি কাহিনীবাহিনী ৰাগিণী
বজোৱাঁ জননী বজোৱাঁ ।।*

---

* ১৯১৫ চনৰ ২৭ মাৰ্চ্চ তাৰিখৰ দিনা জয়সাগৰত পতা জয়মতী উৎসৱৰ প্ৰস্তাৱনা ।

( ৪৩ )

## স্বৰাজ-নিচান

( মিশ্ৰ বাহাৰ—কাহাৰবা )

সৌ যে উৰিছে স্বৰাজ-নিচান
উন্নত শিৰে হোৱাঁ আগুৱান ।
জাগে আজি বঙ্গ, মগধ, কলিঙ্গ,
গুৰ্জ্জৰ, ৰাজপুতান ;
কিয় থাকোঁ পৰি আমি অসম-সন্তান—
উন্নত শিৰে ... ... ...
আমি সৱে সৈন্য, মাতৃৰ দৈন্য,
লাঞ্ছনা অপমান
আঁতৰাম, উজলাম জননী-বয়ান—
উন্নত শিৰে ... ... ...
বিদেশীৰ সজ্জা নিবাৰিছোঁ লজ্জা,
বিসৰজি লজ্জা-মান ;
মাতৃয়ে দিয়া বস্ত্ৰ কৰাঁ পৰিধান—
উন্নত শিৰে .. ... ...
আতমাৰ শক্তি ভগৱৎ-ভক্তি,
মোহ-মায়াশূন্য প্ৰাণ—
এই অস্ত্ৰ ধৰি কৰোঁ মহা অভিযান—
উন্নত শিৰে হোৱা আগুৱান ।*

---

* ইং ১৯২০ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতত হোৱা অহিংস অসহযোগ আন্দোলনৰ উপলক্ষে ৰচা আৰু গোৱা হৈছিল ।

( ৪৪ )

## মাতৃৰ আহ্বান

( ইমন ভূপালী—কাহাৰবা )

মাতে শুনা আই, উঠা সৰে ভাই,
উঠাহে হিন্দু-মুছলমান।
**"জয় মহাত্মা গান্ধী কী জয়"** ৰবে
কৰাহে বসুধা কম্পমান ॥
স্বদেশৰ হস্তে যদি দিব পাৰে আনে প্ৰাণ,
নোৱাৰোঁ নে দিব আমি ক্ষুদ্ৰ স্বাৰ্থ বলিদান ?
হিংসা-দ্বেষ দলাদলি দিয়াঁ ভাই দলিয়াই,—
এক মন্ত্ৰে সাধোঁ আহাঁ মাতৃৰ কল্যাণ।
বয় যদি ধমনীত ৰক্ত বিন্দু থাকে মানে
দেহে মানৱ-প্ৰাণ
পৰিহৰি নিদ্ৰা পৌৰুষ গৰ্ব্বে
কৰোঁ আহাঁ মাতৃক পৰিত্ৰাণ ।*

---

( ৪৫ )

## পুষ্পাঞ্জলি

ঝিঁঝিট—একতালা।

পুষ্প-অঞ্জলি লোৱাঁ জননী !
এয়ে সেই তীৰ্থস্থান দিলা য'ত বলি প্ৰাণ,
নিদাৰুণ যাতনাত পালা জুৰণি।

---

* ১৯২০ চনৰ অহিংস অসহযোগ আন্দোলনৰ উপলক্ষে ৰচা আৰু গোৱা গীত।

তৰু-লতা কান্দে সতী  সুঁৱৰি তোমাৰ গতি,
শুইনত সকৰুণ উঠে বিননি !
সাগৰে-মন্দিৰে আজি  উঠিছে জেউতি বাজি,
তোমাৰে মহিমা-গুণ দিয়ে জাননী ।
বীৰজায়া ! মহাসতী !  আশীৰ্ব্বাদ দিয়াঁ এটি,
হৃদয়ৰ উপহাৰ লোৱাঁ নিৰিণি ।*

---

( ৪৬ )

## স্মৃতি-তৰ্পণ

মিশ্ৰ ঝিঝিট—একতালা ।

জনমভূমিৰ সন্তান আজি মিলিছোঁ ক্ষীণ শকতিৰে,
যাচিছোঁ হে দেৱ ! দীন-দুখীয়াৰ যি আছে তাকে ভকতিৰে ।
তোমাৰ অমিয় জীৱন-ৰাগিণী ধৰিছে আজিও গুৱলা তান,
আজিও আমাৰ হিয়া উদগায়, নচুৱায় আমাৰ মন-পৰাণ ।
প্ৰেম-চানেকি, ভক্তি-আঁজলি লোৱাঁ ৰঙেৰে নিৰিণি হে,
তোমাৰ বিহিত সম্মান-পথ পূৰ্ণ শতেক বিঘিনিৰে ;—
যাচিছোঁ হে দেৱ ! দীন-দুখীয়াৰ যি আছে তাকে ভকতিৰে ।
প্ৰাণপণেৰে জননী হস্তে কৰিলা নীৰলে কতনো কাম,
প্ৰাণ তিয়াগিও গৰিমা-কীৰিতি থলা মৰতত অমৰ নাম ।

---

* ১৯১৫ চনৰ ২৭ মাৰ্চ্চত জয়সাগৰত পতা জয়মতী তিথি-উৎসৱত আৰু তাৰ পিছত প্ৰতি বছৰে সেই উপলক্ষে গোৱা গীত।

শান্তি লভিব আতমা তোমাৰ এয়েহে কামনা অসমবাসীৰ,
দিয়া আশীর্ব্বাদ জননী-বয়ান উজলে যেখাবে মধু হাঁহিৰ।
প্রেম-চানেকি ভক্তি-আঁজলি লোৱা ৰঙেৰে নিঘিণি হে,
তোমাৰ বিহিত সম্মান-পথ পূর্ণ শতেক বিঘিনিৰে।*

---

( ৪৭ )

## মিলন-সঙ্গীত

ইমন ভূপালী—কাওৱালী।

( আমি ) মিলিছোঁ মিলিছোঁ মিলিছোঁ ৰঙেৰে শুভ কাম এটি কৰোঁ বুলি ;
( আজি ) বেজাৰ-বিৰাগ, খিয়লা-খিয়লি পাহৰি সমূলি।
( আজি ) দেখোঁ আমি যেনি তেনি ধুনীয়া,
( আজি ) পালোঁ আমি জীৱনৰ অমিয়া,—
( আজি ) নাচিছে পৰাণ, উজলে বয়ান উলাহতে ফুলি।
( শুনা ) বাজিছে মধুৰ আশাভৰা সুৰ নীৰলে হৃদয় জিনি ;
( কেনে ) সোণালী জীৱনৰ ধুনীয়া ছবিটি দেখিছোঁ ৰিণিকি ৰিণি।
( আজি ) ভিন ভাব এৰি সুখী-দুখীয়া,
( চোৱা ) মিলে সৱে কেনে হাঁহিমুখীয়া—
( আমি ) সততে এনেকৈ পাৰোঁ যেন গঢ়িব উন্নতি-সজুলি॥

---

* শিৱসাগৰত পতা অসমীয়া ভাষাৰ ওজা ৺হেমচন্দ্র বৰুৱাদেৱৰ সোঁৱৰণী-সভাৰ গীত।

( ৪৮ )

## শ্ৰীমন্ত শঙ্কৰ

মিশ্ৰ কানেড়া—চামাড়।

কোন অতীতত বজালা বীণ সুমঙ্গল সুৰে ;
আজিও বাজে হিয়াৰ তন্ত্ৰী নমি ভক্তি-ভৰে।
মথি গীতা বেদ-বেদান্ত
ৰচিলা অমৃত গ্ৰন্থ ;
বিলালা ৰতন ধনী-দীনৰ ঘৰে ঘৰে।
ধৰ্ম্মসূত্ৰে দিলা বান্ধি নামৰ সুৰেৰে,
অসম-আকাশ জিলিকালা জ্ঞানৰ পোহৰে।
"এক দেৱ এক সেৱ,
যত জীৱ তত শিৱ"—
মহামন্ত্ৰ হিয়াত আঁকো সোণালী আখৰে।*

---

( ৪৯ )

## মহামিলন

মিশ্ৰ খাম্বাজ—একতালা।

মানস-আকাশ হৰষে বাজে সোণালী অৰুণ কিৰণে ;
ভাৰত-সৰসী-সৰোজ সাজে বিমল শুভ্ৰ বসনে।
দেৱমন্দিৰৰ স্বৰ্ণ কলচী পুণ্য জেউতি বিতৰে,
সাগৰ-উৰ্ম্মি বাহু তুলি তুলি আকুল ই মহামিলনে।

---

* ডিব্ৰুগড় আৰু শিৱসাগৰত মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ তিথি-সভাত গোৱা গীত।

শূন্য কাৰেঙৰ বিটপী সাৰথি নবীন অতিথি আদৰে ;
সতী গুণগান সান্ধ্য-আৰতি কৰে বনদেৱী পৱনে।
উঠক নিনাদি জাতীয় শঙ্খ, জাগক সুপ্ত চেতনা,
জনমভূমিৰ সেৱাই সাধনা হওক জীৱনে-মৰণে।*

---

( ৫০ )

## পাশুপাত অস্ত্ৰ

খাম্বাজ মিশ্ৰ—কাহাৰবা।

ত্ৰিশ কোটি সন্তানে হিন্দু-মুছলমানে
যাওঁ আহাঁ বীৰবেশে মাতৃৰ আহ্বানে।
স্বদেশৰ হস্তে যদি দিব পাৰে আনে প্ৰাণ,
তোৰাবোঁ নে দিব আমি ক্ষুদ্ৰ স্বাৰ্থ বলিদান ?—
শ্ৰীমুখেদি মহাত্মাৰ ওলায় যি মহাবাণী
কোৰাণ-বেদৰ বাণী পালিম প্ৰাণপণে।
ঘূৰাওঁ যঁতৰ এই পাশুপাত অস্ত্ৰ ধৰি,
ভাগ্যচক্ৰ ভাৰতৰ উঠিব লগতে ঘূৰি,
প্ৰতিপাকে পলকতে আহিব স্বৰাজ চাপি,
দেখুৱাম কিৰূপেনো যঁতৰে স্বৰাজ আনে।†

---

* শিৱসাগৰত দেশভক্ত ফুকনৰ পৌৰোহিত্যত পতা প্ৰথম ছাত্ৰ-সন্মিলনৰ গীত।

† ইং ১৯২০ চনত মহাত্মা গান্ধীৰ আহ্বানত ভাৰত জুৰি হোৱা অহিংস অসহযোগ আন্দোলনৰ উপলক্ষে ৰচা আৰু গোৱা গীত।

( ৫১ )

## গৌৰৱময় অসম

ইমন ভূপালী—একতালা।

( ক )

বাজিছিলে য'ত আকাশ নিনাদি
এদিন তোমাৰ বিজয়-শঙ্খ,
অসীম প্ৰতাপে মেদিনী কঁপাই
থাপিলে কীৰিতি ইন্দ্ৰবংশ ;
সজাই তোমাক নানা আভৰণে
পাতিছিলে য'ত ধৰাৰ স্বৰ্গ,
আজি অভাজনে তোমাৰ চৰণে
যাচিছোঁহি তাতে হিয়াৰ অৰ্ঘ্য।
শান্তি লভিব পৰাণে আমাৰ
তব্ চৰণত ঢালিলে শক্তি ;-
জাতীয় সঙ্গীত উঠক উথলি,
পৰক উপচি হিয়াত ভক্তি।

( খ )

বসুধা-দেবীয়ে কোলাত সাৱটি
ধৰিছে কতনো কীৰিতি-স্তম্ভ ;
ৰাজি যুগমীয়া শিল্প-চানেকি
চূৰ্ণ কৰিছে কালৰ দম্ভ !
বৈজয়ন্তীৰূপিণী তোমাৰ
পুণ্যসলিলা শৈল-কন্যা,

তোমাৰ মহিমা ধৰাত প্ৰচাৰি
তোলে হৃদয়ত ভাবৰ বন্যা।
শান্তি লভিব..... ......

( গ )

বনদেবীসৱে আৰতি-গানেৰে
জয়াৰ কমল-চৰণ বন্দে ;
সাগৰ-উৰ্ম্মি তুলি ধীৰে ধীৰে
মধুবীণা বায় মকৰন্দে।
দেৱ-মন্দিৰৰ স্বৰ্ণ-চূড়াই
তিমিৰ বিনাশি বিতৰে কান্তি ;
ক্লান্ত পথিকে ভাবত ওপঙি
সাগৰ-পাৰত বিচাৰে শান্তি।
শান্তি লভিব......... ..

( ঘ )

প্ৰণমো তোমাক অসম-মাতৃ
মহাতাপসৰ সাধ্বী ধাত্ৰী !
সতীকুলৰাণী বীৰচূড়ামণি
কবি-সাধকৰ জন্মদাত্ৰী !
তোমাৰ আশীষ লৈ শিৰে শিৰে
সমৰ-সাজেৰে শতেক সৈন্য—
কৰিব উলাহে জাতীয় যুদ্ধ,
আঁতৰাব আই তোমাৰ দৈন্য।
শান্তি লভিব............*

---

* ১৯১৭ চনত শিৱসাগৰত বহা অসম এছছিয়েশ্যন কনফাৰেন্সৰ আবন্তণী-গীত।

( ৫২ )

## বৰণৰ আহিলা

( বিয়ানামৰ সুৰ )

পুইণ তিথিতে পূজাৰী আহিলা,
দুৱাৰৰ দ'লিতে ভৰিৰ ধূলি দিলা,
দুখীয়াৰ পঁজাটি পোহৰ অই কৰিলা,
এন্ধাৰ অই হৰিলা,—
সৱাকো তুষিলা।
বিষয়-বাসনাৰে হিয়া মৰুশিলা,
ভক্তি-গঙ্গাজলে অন্তৰত সিঁচিলা;
আয়তীৰ উৰুলি, উলাহৰ কিৰীলি,
চকুলো-আঁজলি—
বৰণৰ আহিলা।*

( ৫৩ )

## মাতৃ-ভাষা

মিশ্র ইমন—একতালা।

( ক )

একেটি সুৰৰ একেখনি বীণে
ভোৱে আজনম আমাৰ কাণ
একে জননীৰ একেটি চেনেহে
গঁথা জীৱনও আমাৰ প্ৰাণ।

* জয়মতী তিথি-উৎসৱৰ বৰণ-গীত।

একে জননীৰ পূজাৰ কাৰণে
একে মন্দিৰত দোঁৱাই শিৰ,
একেটি প্ৰাণেৰে মিলিছোঁ ভক্ত
কৰি ই শুভ লগন স্থিৰ।
হিয়াৰ ৰক্তে তোমাৰ ভক্তে
পূজিম তোমাক চেনেহী আই!
চোৱাঁচোঁ এবাৰ চেনেহ-চকুৰে,
দিয়াঁ চৰণত এবাৰ ঠাই।

( খ )

থুনুকু-থানাকু ছুটি এটি মাতে
মাতিছোঁ তোমাক জননী অই!
মৰম-চেনেহ, হৰিষ-বিষাদ
নোৱাৰোঁ বুজাব শুৱলাকৈ।
তোমাৰ কোমল আঙুলি বুলাই
হৃদয়-বীণৰ জোৰাঁচোঁ তান,
গাম হিয়া খুলি বিবিধ ছন্দে,
গাম তোমাৰেই মহিমা-গান!
হিয়াৰ ৰক্তে............

( গ )

এখুজি দুখুজি কৰি ভয়ে ভয়ে
চাপিছোঁ জননী তোমাৰ কাষ;
মনৰ শঙ্কা গুচোৱাঁ হে আই!
অজলা দাসৰ পূৰোৱাঁ আশ।

হওঁ যদি পাৰ এবাৰ তোমাৰ
সেৱা-মন্দিৰৰ সিংহদ্বাৰ,
মাতৃভূমিৰ সেৱা-মন্দিৰত
যাচিব পাৰিম দীন সম্ভাৰ।
হিয়াৰ ৰক্তে............

( ঘ )

যিদিনা তোমাৰ "দীপিকা" জীয়াৰী
ধৰিছিলে নাম গুৰলা ছন্দে,
সিদিনা সকলো নিমাত-নিটাল,—
নীৰৱে তোমাৰ চৰণ বন্দে।
যিদিনা মাধৱকন্দলিয়ে গালে
"ৰামায়ণ" তযু আশিস লই,
মন্ত্রমুগ্ধ ফণিনীৰ দৰে
শুনিলে জগতে বিভোল হই!
হিয়াৰ ৰক্তে............

( ঙ )

উৰি কল্পনাৰ কোমল পাখিৰে
ফুটা এডালিকে যদিহে পাওঁ,
তাকে আনি দিওঁ তযু চৰণত,
তাতে উলাহত ওপঙি যাওঁ!
দূৰ অতীতৰ ঘোৰ আন্ধাৰত
খপিয়াই পাওঁ যিটি মণি,

বুটলি হেঁপাহে ডিঙিত পিন্ধাওঁ
উজলাওঁ বুলি বযানখনি।
হিয়াৰ ৰক্তে... .. .

( ৮ )

আহা জননীৰ পৰম ভক্ত!
পূজাৰীস্বৰূপে ই পূজাৰ,
দিয়াঁহি বিলাই অমোঘ নির্ম্মালি,
লোৱাঁহি আসন ই হিয়াৰ।
দিয়াঁহি শিকাই অমোঘ মন্ত্র,
দিয়াঁ শিৰে শিৰে মহান দীক্ষা ;—
সেৱোঁ জননীৰ চৰণ দুখনি,
মাগোঁ জননীৰ আশিস-ভিক্ষা।
হিয়াৰ ৰক্তে.. . .....*

---

( ৫৪ )

## ভক্তি-তৰী

সিন্ধু ভৈৰবী---একতালা।

পুণ্য মলয় বলে আজি গভীৰ তানে,
ধৰম-ভাবৰ তোলে লহৰ প্ৰাণে প্ৰাণে।
শ্ৰীশঙ্কৰৰ মহাবাণী
অসম-আকাশ আজিও জিনি,
দিয়ে বিমল প্ৰেমৰ পৰশ কাণে কাণে।

* গুৱাহাটীত বহা পোন-প্ৰথম অসম ছাত্ৰ-সন্মিলনৰ উপলক্ষে ৰচা আৰু দেশপ্ৰাণ অম্বিকাগিৰি ৰায় চৌধুৰীৰ নেতৃত্বত গোৱা গীত।

ভক্তি-তৰী দিলা মেলি নাম-ব'ঠাৰে ;
হে দেৱ ! তুমি তাৰিলা প্ৰাণ কত তাৰে ।
মহাপ্ৰয়াণ-যাত্ৰী আমি,
ধ্ৰুবতৰা মাথোঁ তুমি,—
কোনে দেখায় মুকুতিৰ পথ তোমা বিনে ?

---

( ৫৫ )

## জয়া-স্মৃতি

ইমন কল্যাণ—আড়াঠেকা ।

ঘোষা—মাগোঁ আই চৰণ-ৰেণু কাতৰ প্ৰাণে ।
লৰা—সতীকুলৰত্ন তুমি,
ছোৱালী— নাৰীকুলৰত্ন তুমি,—
লৰা—জননীৰ ৰত্ন তুমি,—
সকলোৱে—ধৰণীৰ ৰত্ন তুমি—মিলন-গানে—
মাগোঁ আই চৰণ-ৰেণু কাতৰ প্ৰাণে

লৰা—দহিলে পৰাণ তোমাৰ স্বামীৰ দুখে,
ছোৱালী—বৰিলা অমৰ মৰণ হাঁহিমুখে,—
সকলোৱে—তৰালা জনমভূমি জীৱন-দানে ।
লৰা—অস্থিৰে তোমাৰ তনয় ৰুদ্ৰ বীৰে,
ছোৱালী—জয়'দল সাজি দিলে পূজা ধীৰে ;
লৰা—সুকোমল তোমাৰ দেহৰ শোণিত জৰি,

ছোৱালী—জেৰেঙাত মহাসাগৰ উঠিল ভৰি ;—
সকলোৰে —উথলে ভক্তিৰ লহৰ স্মৃতি-ধ্যানে ।।*

( ৫৬ )

## কানি-নিৰ্য্যান

( 'দেউতাৰ পদূলিত গোন্ধাইছে মাধুৰী' সুচৰি গীতৰ সুৰ )

এই বাৰৰ বিহুটি কেনেনো ৰঙালী,
ৰংপুৰ ৰঙেৰে পূৰ অই গোবিন্দাই ৰাম ।
দিশৌ দিছাঙৰে লুইতৰ পাৰতে
বাজিছে উলাহৰ সুৰ অই গোবিন্দাই ৰাম !
বিহুৱতী চৰাযে "বিহু-উ বিহু-উ" বুল
কানি-বিহুৰ কথা গালে অই গোবিন্দাই ৰাম ;
আজিহে ৰঙেৰে 'কানি গলে' বুলি
বিঙিযায় ডালে ডালে অই গোবিন্দাই ৰাম !
অসম-আইৰ মুখৰে কানিৰে ক'লা দাগ
আঁতৰি হলে অই পোহৰ অই গোবিন্দাই ৰাম ।
অসমৰ শতুৰু কানি-ৰাক্ষসীৰে
অহিংস হল এই সমৰ অই গোবিন্দাই ৰাম ॥
ৰাইজৰ ৰজাৰে একেটি বতৰা—
'কানিলৈ নকৰা আশ' অই গোবিন্দাই ৰাম !

*জয়সাগৰত পতা জয়মতী তিথি-উৎসৱৰ সমদল-গীত ।

মহলত নেপাবা, চোৰাংকৈ নেখাবা,
খালে "বগাঘৰত" বাস অই গোবিন্দাই ৰাম ।।
শাস্ত্ৰৰো বিধান, মহাত্মাৰো বাণী—
'অসমৰ কানি অভিশাপ' অই গোবিন্দাই ৰাম !
ঈশ্বৰৰ নাম লোৱা মুখেৰেই কানি খোৱা—
তাতকৈ না মহাপাপ অই গোবিন্দাই ৰাম ।।
কানীয়া ককাই অই ! নকৰা বেজাৰ অই,
নতুনকৈ জীৱনে পালা অই গোবিন্দাই ৰাম !
নিজকো তৰালা, দেশকো তৰালা,
লোৱা শলাগৰে মালা অই গোবিন্দাই ৰাম ।।*

---

( ৫৭ )

## কানীয়া ককাইলৈ

( 'কানাই গ'ল ফুলে পাৰিবলৈ' নামৰ সুৰ

কানীয়া 'কাই কানি এৰি দিয়া,
ঈশ্বৰে নাম লৈয়ে ।
আশীৰ্ব্বাদৰ ফুলে বৰষিব
দেৱতা প্ৰসন্ন হৈয়ে ।।
কানীয়াৰ ঘৰলৈ লখিমী আহিব,
সোণৰে সঁফুৰা লৈয়ে ।
অসম-আইৰ মুখনি পুনু জিলিকিব
কানিৰে ক'লা দাগ গৈয়ে ।।

কানি-ৰাক্ষসীয়ে ধাৰ্বিছিল গৰাহত
তেজ শুহি শুহি খায়ে।
ধনে মানে যশে সকলো চুঁচিলে
জুকলা দেহাটি পায়ে॥
পলালে ৰাক্ষসী বহাগৰ বিহুতে,
গোৰা ধৰমৰে জয়ে।
নতুনে জীৱন অই লভিলা এতিয়া,
নকৰা সমূলি ভয়ে॥*

---

* ৫৬ আৰু ৫৭নং গীত দুটি লোকপ্ৰিয় ৰবদলৈৰ কংগ্ৰেচ যুক্ত মন্ত্ৰী-সভাৰ আমোলত অসমত বিৰাট কানি-নিবাৰণী অভিযান আৰম্ভ কৰাৰ উপলক্ষে ৰচ হৈছিল।




( ১ )

## আকাশ-কুসুম

ঝিঝিট—একতালা ।

মিছাতে সাজিলোঁ আকাশ-কুসুম
কৰিলোঁ জীৱন আহুতি ;
মিছাতে খেলিলো লৰালি ধেমালি,
মোহত আপোন পাহৰি ।

সাজিছিলোঁ আশা-প্ৰতিমা সুন্দৰ,
পূজিছিলোঁ হিয়া খুলি নিৰন্তৰ ;
ভাগিলে প্ৰতিমা, ভাগিলে অন্তৰ,
ভাগিলে অমিয়া লহৰী ।

ভাবি ভাবি দেহা অৱশ কৰিলোঁ ;
কান্দি কান্দি কত শোণিত হৰিলোঁ,
চকুলোতে আশা-তৰণী তৰিলোঁ,—
ডুবিলোঁ আশাতে সাঁতুৰি ।

নেলাগে অৰুণ হিৰণ কিৰণ,
নিৰাশা-নিশাতে কটাম ই জীৱন,—
বিজুলী-বেশেৰে পালে দৰিশন—
লগ হেঁপাহেৰে সাদৰি।

---

( ২ )

## লক্ষ্মী-স্মৃতি

ভৈৰবী —একতাল ।

নিঠুৰ কালে অকালতে নিলে হৰি, হৰি নিলে।
একেটি শুৱলা বীণা, দিলে ভাঙি, ভাঙি দিলে ॥
পূবালী পোহৰ নাশি
উৰিছে ডাৱৰ-ৰাশি,
কৰুণ ৰাগিণী ধৰে তৰু-লতা নই-বিলে।
গন্ধৰ্ব্ব-কিন্নৰে আহি
নিলেহি আদৰি হাঁহি,—
কেনে সুমধুৰ সুৰে ইহলোক মুহিছিলে !
লভাঁ চিৰ সুখ-শান্তি,
থাকোঁ আমি কান্দি কান্দি ;
কৰোঁ বুলি স্মৃতি-পূজা চকুলোৰে সৰে মিলে।*

---

*শংৰসাগৰত পঢ়া সঙ্গীত ওজা ৺লক্ষ্মীধাৰ বৰুৱাদেৱৰ সোঁৱৰণী সভাৰ গীত।

( ৩ )

## আমন-জিমন

### বেহাগ কীৰ্ত্তন—কাওৱালী

কিয় বাৰু মনে এনে আমন-জিমন ?
হাঁহিছে জোনাবায়ে তৰা অগণন।
অন্তৰ-মন্দিৰ কিহে জিলিকাই—
মনোমোহা কাৰ এটি ছবি তুলি যায় ?—
নেহাঁহা তৰা-জোনে, নৱধা জীৱন,—
নোৱাৰে স'ব প্ৰাণে মাধুৰী-মিলন।

---

( ৪ )

## দুঃখৰ ভাৰ

### মিশ্ৰ ইমন জলদ—একতালা।

শয়নে-সপোনে মোক দুখে নেৰে কিয় হায় !
দুখৰেহে বোজা বওঁ দুখৰে ৰাগিণী গাই।
পুৱা উঠি বেলি চাওঁ ;
দুখকেহে দেখা পাওঁ,
দুখৰেহে লীলা চাওঁ, দুখতেহে দিনো যায়।
বিহঙ্গৰ মধুতান,
নৈৰ কুলু কুলু গান,
নপৰে একোতে কাণ,—শেল মাথোঁ হানে হায় !

পৰম দয়ালু তেওঁ,

কোন্বা শুনো জগতেও,—

অন্তৰে পুজোঁতেও উলটিয়ে চোন্বা নাই ।

আশা-পানী সিঁচি মন

কৰি লওঁ সচেতন,

তথাপি নধৰে ঠন,—দুখতে লেৰেলি যায় ।*

---

( ৫ )

## ভাৰত-ভানু

ভৈৰৱী—আড়াঠেকা ।

ভাৰত-ভানু দুপৰতে গলা মাৰ, মাৰ গলা !

ভাৰতমোহন বেণু আজি একাকাৰ হলা !

একেটি সুৰভি ফুল,

ভাৰত জগতাকুল,

দংশিলে কালৰ কীটে, অকালতে লেৰেলিলা ।

অমৰ আতমা উৰি

যোৱাঁ সৰগলৈ ঘূৰি,

আমোলোৱাঁ সুৰলোক, পাৰিজাত ফুল ফুলাঁ ।

অশুভ বিনাশি তুমি

তুলিলা জনমভূমি ;

হেলাৰঙে মাতৃপদে প্ৰাণ-মায়া উছর্গিলা ।

*এই গীতটিত সঙ্গীত-ওজা ৺লক্ষীৰাম বৰুৱাদেৱে সুৰ-সংযোগ কৰিছিল আৰু তাহানিখনৰ 'উষা'ত প্ৰকাশিত হৈছিল ।

শোক আশীৰ্ব্বাদ ঢালি—
চকুলো দিওঁ দুধাৰি,—
স্মৃতি তব মহাকৰ্ম্ম, স্মৃতি-পূজা পথে চলা ।*

---

( ৬ )

## চন্দ্ৰ-স্মৃতি

ললিত যোগীয়া—একতালা ।

(তুমি) কিয় আহিছিলা, কিয় হাঁহিছিলা,
কিয় মুহিছিলা প্ৰাণ অই !
(মোৰ) হিয়া উজলাই নিশাৰ 'জোনাই',
দিনতে পেলালা ম্লান অই !
দুখুনীতে প্ৰাণ সঁপিলা সমূলি,
দিলা সুখ-দুখ হেলাৰঙে বলি ;—
কিয় গুচি গলা, জীয়াতে বধিলা,
কোনে কৰে পৰিত্ৰাণ অই !
গাথি মণিমালা মধু ভাবনাৰ,
কোনে নো যাচিব বিবিধ সম্ভাৰ,
কোনে নিচুকাই চেতনা জগাই
গাব সঞ্জীৱনী গান অই !!†

---

* মহাত্মা গোপালকৃষ্ণ গোখলেৰ মৃত্যুত শোক প্ৰকাশ কৰা সভাৰ গীত।

† অসমৰ সুসন্তান স্বাৰ্থত্যাগী সাহিত্যিক আৰু দেশকৰ্ম্মী ৺চন্দ্ৰনাথ শৰ্ম্মাদেৱৰ অকাল মৃত্যুৰ উপলক্ষে ৰচিত।

( ৭ )

## বিদায়-গীতি

কীৰ্ত্তন খাম্বাজ—একতালা।

অস্ফুট ভাবেৰে, অবুজ ভাষাৰে
মাগিছোঁ আজি বিদায় ;
দাৰুণ বিৰহ জ্বলি অহৰহ কৰিছে পৰাণ ছাই।
নোৱাৰোঁ বান্ধিব নেযাবাঁ বুলি,
স্মৃতি-ফুলপাহি থাকে যেন ফুলি,—
আহাঁ যেন ঘুৰি বেলিটিৰ দৰে
সি ধৰণী জিলিকাই।
মানৱী দেহাটি উলাহে উৰি
কৰম-চাকত ঘুৰিব ঘুৰি,
গুণৰাশি গাথোঁ থাকিব বিয়পি,—
নাচিব জগতে পাই।

( ৮ )

## স্মৃতিৰ চন্দন

স্মুৰট মল্লাৰ—একতালা।

আছিলা আমোদি ভুবন কুসুমসন্নিভ প্ৰাণেৰে ;
জুৰালা তাপিত পৰাণ মধুৰ সঙ্গীত-তানেৰে।
অমিয়া বৰষা মাতেৰে
মাতিলা বিভুক কাতৰে,
নিলেহি সেয়েহি আজুৰি বসুধা আন্ধাৰি কিয়নে !

নেমাগি এবাৰো মেলানি গলাচোঁ কেনিবা আঁতৰি,
বিচাৰোঁ বিজনে-বিপিনে, নলভোঁ তোমাৰ বাতৰি ।
সুৰভি-স্মৃতিৰ চন্দনে,
আকুল আবেগ-স্পন্দনে,
পূজিছোঁ তোমাৰে ছবিটি ই মহামিলন-মন্দিৰে ।*

---

( ৯ )

## বিদায়-মিলন

মিশ্র ঝিঝিট—একতালা ।

বিদায় মগোৱা শুভ মিলনত করুণ হৰ্ষৰ মিলন-তান,—
হাঁহি-চকুলোৰ কি যে ই মিলন, কি যে আবেগত উতলা প্ৰাণ ।
যোৱাঁ তুমি গুচি তিয়াগি আমাক, তিয়াগি তোমাৰ গুণ-সম্ভাৰ,—
সুনীল আকাশ ঢাকিলে ডাৱৰে, ছিগিলে মিলন-বীণৰ তাঁৰ ।
শোক-চকুলো সুখ-স্মৃতিয়ে মচি দিব জানো উলাহ দান !—
নোৱাৰোঁচোঁ কব অন্তৰ-ভাব, নোৱাৰোঁচোঁ গাব হিয়াৰ গান,—
হাঁহি-চকুলোৰ কি যে ই মিলন, কি যে আবেগত উতলা প্ৰাণ !
অশ্রু ধুধাৰি বাগৰি বাগৰি গৈছে তোমাৰ স্মৃতি ধিয়াই,
তোমাৰ ছবিটি মানস-চকুৰে তুলিছে নীৰলে হিয়ায় হিয়ায় ।
স্মৃতি-বেলি যেন নোহে অৱসান,—জিলিকে দূৰতে হিয়া আমাৰ ;
কৰোঁ আশীৰ্ব্বাদ সুখ-শান্তি যেন কুৰক লগতে নিতে তোমাৰ ।

---

* শিৱসাগৰৰ এটি সুগায়ক লৰাৰ অকাল মৃত্যুৰ উপলক্ষে ৰচা গীত ।

শোক-চকুলো সুখ-স্মৃতিয়ে যচি দিব জানো উলাহ দান !—
হাঁহি-চকুলোৰ কি যে ই মিলন, কি যে আবেগত উতলা প্ৰাণ !

---

( ১০ )

## মাণিক-স্মৃতি

### মিশ্ৰ সুৰট—একতালা ।

সৰি গ'ল মাণিক-মণি আইৰ ডিঙি উদঙাই ;
আজি হে জিৰণি ললা আজীৱন দেৱ ! নিজিৰাই ।
পূৰ্ণিমাৰ "চন্দ্ৰ" তুমি,
জিলিকালা জন্মভূমি,—
সুমালে জীৱন-ভাতি, আলোকিছে তাৰ প্ৰতিভাই ।
উন্নতিৰ মন্ত্ৰ গালা,
মোহ-তন্দ্ৰা আঁতৰালা,—
নাচিছিলে কাম্যভূমি প্ৰতিধ্বনি তাৰ পঠিয়াই ।
ক্ষীণ দেহা কৰি পণ,
কৰিলা জাতীয় ৰণ ;—
গুচি গলা হিয়া ভাঙি, দিয়ে চেতনা আতমাই ।
আদৰিছে জগ, হেমে,
গুণাভি, আনন্দৰামে,—
মঙ্গল-আশিস-আশে গাওঁ আকাশৰ ফালে চাই ।*

---

* অসম-গৌৰৱ ৺মাণিকচন্দ্ৰ বৰুৱা ডাঙৰীয়াৰ মৃত্যুৰ উপলক্ষে ৰচা আৰু গোৱা গীত ।

( ১১ )

## প্ৰাণৰ কুলি

ভৈৰবী—আড়াঠেকা।

প্ৰাণৰ কুলি কু-উ কু-উ মাতি গলা, উৰি গলা ;
স্বৰগ-ছবিটি তুলি সপোনতে এৰি থলা।
ফুলিছিলে এটি ফুল,
কৰিছিলে প্ৰাণ আকুল,—
দংশিলে কালৰ কীটে, হিয়া এবে মৰুশিলা।
আৰণি-বননি ঘূৰি
মিলিছিলোঁ দুটি জুৰি,—
আছিলোঁ দুফালে দুয়ো, নাই আশা আৰু মিলা।

—————

( ১২ )

## অক্ষয়-স্মৃতি

মিশ্ৰ বেহাগ খাম্বাজ—একতালা।

ক'ত লুকালা অক্ষয়-মণি, আন্ধাৰি ই বসুন্ধৰা ;
কোন গগনক উজ্জ্বল কৰি জিলিকিছা সন্ধ্যা-তৰা !
কোনে মৰম-বুজনিৰে
বৰষিব শিৰে শিৰে—
আশিস-ধাৰা পীযুষসনা শত দুখ-দৈন্য হৰা।

পৰিহৰি ধন-মায়া
কৰিলা পান জ্ঞান-অমিয়া ;
বিতৰিলা জ্ঞান-ভিখাৰীক বিবিধ ৰতন বিনন্দীয়া ।
বিশাল উদাৰ হিয়াৰ নিলয়,
সাৰটি লই নিখিল হৃদয়,
গুচি গলা, স্মৃতি থলা অক্ষয় বিষাদ-ভৰা ।
অক্ষয় তোমাৰ দানে,
অক্ষয় অনন্ত গানে,
অক্ষয় কীৰিতি তব ঘোষিব অক্ষয় ধামে ।
অন্ধ আমি অশ্ৰু-নীৰে,
নেপাওঁ দেখা সশৰীৰে,
দিব্য জ্যোতি পেলাই এবাৰ জীৱন আমাৰ পুণ্য কৰা ।*

---

( ১৩ )

## প্ৰেম-মালা

( মিশ্ৰ সাহানা—কাহাৰবা )

দুখুনীৰ প্ৰেম-মালা পেলালা মোহাৰি ;
চন্দ্ৰ-জেউতি পৰি জিলিকিলে ছাঁয়া-তনু,
গলা হৃদি-কুঞ্জ আন্ধাৰি ।
আশা-বাৰি ঢালি সঁপি দিলোঁ তন-মন,

* উদাৰতাৰ প্ৰতিমূৰ্ত্তি বিদ্যোৎসাহী স্বৰ্গীয় অক্ষয়কুমাৰ ঘোষ বি-এল ডাঙৰীয়াৰ শ্ৰাদ্ধ-সভাৰ উপলক্ষে ৰচা আৰু গোৱা গীত ।

কন্দুৱালা অন্তৰ বিদাৰি ;—
ভিখাৰিণী বলিয়ানী তোমাকে বিচাৰি !*

( ১৪ )

## গণেশ-স্মৃতি

ঝিঝিট—ঢিমা তেতালা ।

শূন্য প্ৰাণে সখা শূন্যলৈ গলাগৈ,
শূন্য কৰি ধৰা জিৰণি ললা অই ।
উদাৰ অন্তৰে সাৰটি সংসাৰ,
কৰি প্ৰাণে প্ৰাণে প্ৰণয় সঞ্চাৰ,
এবাৰো নেমাতিলা, মেলানি নেমাগিলা,
এবাৰো নেভাবিলা সুৰঁৰি আমালৈ ।
কল্পনা-কুসুম ছিঙি দুপাততে,
মানস-মন্দিৰ ভাঙি নিজ হাতে,
মাতৃ-আৰাধনা, বাণী-অৰ্চনা,
কৰি আধৰুৱা ক'ত লুকালা অই ।
বাইছিলোঁ দুয়ো জীৱন-তৰীখনি,
দেখিলা ধুমুহা প্ৰচণ্ড গাজনি ;

* অসমীয়া 'চন্দ্ৰগুপ্ত' নাটৰ গীত ।

প্ৰবল সোঁতত এৰিলা মাজতে,—
নিও কিনো সতে তৰী পাৰলৈ !*

( ১৫ )

## দেশবন্ধু-প্ৰয়াণত

( তেওঁনলা গীতৰ সুৰ )

সৰগৰ দেৱতা !　　স্বৰাজৰ বাৰতা
আনিলা ভাৰতলৈ ;
কৰি নৰলীলা　　পুনু আঁতৰিলা
অমৰ কীৰিতি থৈ।
ধন-সোণ তেজিলা,　মায়া-মোহ এৰিলা,
দেশৰে ভাৱনা গুণি ;
ক্ষীণ দেহাফেৰি—　তাকো গলা এৰি,
কলিৰে দধীচি মুনি !
আইৰ দুৰগতি,　　গাত নাই শকতি,
জোখাৰে এমুঠি নাই ;
আছে দিনে-ৰাতি　　বহি কান্দি-কাটি
পৰৰে মুখলৈ চাই !
দুখুনা আই মোৰ !　চেনেহী ছবি তোৰ
বুকতে সাৱটি ধৰি,

* সুহৃদবৰ ৺গণেশচন্দ্ৰ হাজৰিকাৰ অকাল অপমৃত্যুৰ উপলক্ষে ৰচা আৰু গোৱা গীত।

অভাজন সন্তানে তোৰ গুণ বখানে,
চকুলো-আঁজলি ভৰি ।*

---

( ১৬ )

ইমন কল্যাণ— কাওৱালী ।

প্লাৱনপীড়িত নিৰন্ন শত ভাই,
অনাথ অনাশ্রিত,—মৰণে হাঁহে চাই ।
দেখিলে বিলাই বুকু ফাটি যায়,
কিয় বিধি দিলে এনুৱা অপায় !
কত শত জনে পৰ্ব্বতে-কাননে
হিয়া ঢাকুৰাই ফুৰে অনশনে ;
নিদিবি নে ভাই এমুঠি বিলাই—
পাব পৰিত্ৰাণ তোৰে গুণ গাই !

---

* ত্যাগৰ প্ৰতিমূৰ্ত্তি দেশবন্ধু ৺চিত্তৰঞ্জন দাসৰ মহাপ্ৰয়াণৰ উপলক্ষে ৰচা আৰু গোৱা গীত।




( ১ )

## চেনেহ-চানেকি

মিশ্ৰ ইমন—কাওৱালী।

হাঁহে ফুলনি, হাঁহে ধৰণী, চেনেহী সখী হে!

দুখুনীৰ লোৱাঁ উপহাৰ ;

চেনেহ-চানেকি ইটি,—মালতী, মৰম-প্ৰীতি

মিলাই গাঁথিছোঁ এই ধাৰ।

শলাগ অমিয়া-বাণী নিবিচাৰোঁ প্ৰতিদান,

মুখত তোমাৰ সখী মউসনা সন্নিধান ;

হিয়াৰ চেনেহফেৰি তেনেই নিদি

এয়ে মাথোঁ গিনতি হিয়াৰ ;

(আমাৰ) নীৰলে অন্তৰ জিনা মধুৰ মিলন-বীণা,

নিছিঙিবা তাঁৰ ই বীণাৰ।

ঝিনিকি ঝিনিকি শুনো মুৰলা মোহন বেণু,

টিমিকি টিমিকি জ্বলে সুখৰ কিৰণ-বেণু ;

ঝিলিকিছে কাচি-পাৰি, মিচিকিয়া হাঁহি মাৰি
মনমোহা মূৰতি আশাৰ ;
(আজি) আমোলমোলাই বায়ু, লাহৰী কুলিৰ কু-উ
তোলে ঢউ কেনে অমিয়াৰ !
চেনেহ-চানেকি ইটি নেপেলাবা দলিয়াই,
চেনেহ নেৰিবা মাথোঁ।—মাগিছোঁ মেলানি ভাই !
ৰাখক ঈশ্বৰে ভালে, ইহকাল পৰকালে
আলসুৱা দেহাটি তোমাৰ ;
(আজি) পঞ্চমে হক গান, বাজক অমিয়া তান,—
আঁতৰক কুঁৱলী-আন্ধাৰ !

---

( ২ )

## জুৰণি

বেহাগ কীৰ্ত্তন – কাওৱালী।

চোৰা মেনে মোহিনী শোভা ফুলনিৰ ;
বিকাশে যেনি-তেনি প্ৰভা প্ৰকৃতিৰ।
শেৱালী, মালতী, চম্পা, নাগেশ্বৰ,
হালি-জালি চাই আছে বেলি-প্ৰাণেশ্বৰ,—
কিৰণ-চুমাৰে পায় ভাষা বুজনিৰ,
নাচে উলাহে পাই আশা জুৰণিৰ !

( ৩ )

## প্ৰেমৰ বাণ

মিশ্ৰ খাম্বাজ—একতালা।

আমি সখী ! প্ৰেমৰ বাণে মনটি ফুৰোঁ লুটি লুটি ;
প্ৰেমৰ ভাবে হালি-জালি যাওঁ প্ৰেমৰ সোঁতত উটি উটি।
মিচিকিয়া হাঁহি এটি,
পৰাণ কত ছাটি-ফুটি,—
আমাৰ হাঁহি-কিৰণতে উঠে আবেগ হিয়াৰ ফুটি ফুটি।
প্ৰাণে প্ৰাণে দিওঁ আঁটি,
হিয়াই হিয়াই দিওঁ যুঁতি ;
প্ৰেমৰ কথা, প্ৰেমৰ গানে দিওঁ বেজাৰ-বিৰাগ পূৰ্ণাহুতি।

——————

( ৪ )

## মাধুৰী

মিশ্ৰ ভূপালী—দাদৰা।

হালি-জালি গাওঁ ;
ফুল্ল মনে প্ৰেম-গানেৰে প্ৰেমৰ মাধুৰী বিলাওঁ।
পাতোঁ মউসনা কথা হিয়া উদঙাই,
তৃপ্তি পাও প্ৰেমৰ মধুৰ লীলা-খেলা চাই,—
বাণটি হানি, প্ৰাণটি টানি, হাঁহি ৰঙে গুচি যাওঁ।

( ৫ )

## মণি-কাঞ্চন

পূৰবী গৌৰী—যৎ ।

প্ৰাণৰ বিনে প্ৰাণেই মিছা,
প্ৰাণ লাগে প্ৰাণক সখী !
আহাঁ সখী ! মিলি-জুলি
প্ৰাণৰ মিলন যাওঁ নিৰখি ।
প্ৰাণে প্ৰাণে মিলে কেনে—
মণি-কাঞ্চন মিলে যেনে ;
আমি সখী থুপিতৰা,
প্ৰাণৰ জোনাই আছোঁ ৰখি

——

( ৬ )

## ৰমক-জমক

মিশ্ৰ সিন্ধু—দাদৰা ।

ৰমক্ জমক্ ফুলনি, ধৰণী—
নাচিছে মন-প্ৰাণ ;
হাঁহে তৰা-জোনে কিৰণ ঢালি,
হাঁহিৰে বয় উজান ।
ৰূপালী ৰহণ পিন্ধিছে জগতে,
গন্ধ ফুৰিছে মলয়া লগতে ;

নাচিছে তটিনী, গাইছে পৱনে
প্ৰেম-মিলনৰ গান।
( আজি ) যোৱা এটিবাৰ লাহৰী !
দুখ-শোক-তাপ পাহৰি,—
হিয়া খুলি কোৱা হিয়াৰ কথা,
হাঁহি এটি কৰা দান।

---

( ৭ )

## সপোন

মিশ্ৰ ছায়ানট—কাওৱালী।

প্ৰেমিকে প্ৰেমদানে নোৱাৰে তুষিব,
প্ৰেমিকা দিনে-ৰাতি কান্দিব-কাটিব।
মানবী মোহ-মায়া
সমূলি মৰু-ছাঁয়া,—
শুৱনী প্ৰেম-ফুলো লেৰেলি সৰিব।
কেনে শুৱলা প্ৰণয়ৰ বীণাধ্বনি,
( আজি ) কিয়নো আঁতৰিলে মধু ধ্বনি ;
প্ৰেমে হঁহুৱালে, প্ৰেমে কন্দুৱালে,—
মোহন সপোনো যে দিঠকে ভাঙিব !

---

( ৮ )

## মৌ-মেল

ইমন ভূপালী—কাওৱালী ।

কেনে গুৱনী, লাৱণী, মোহিনী ফুলনি,—
যাওঁ দেখি আপোন পাহৰি ;
( আজি ) কাচিছে-পাৰিছে প্ৰকৃতি-দেবীয়ে ৰূপহী জীয়ৰী ।
( চোৱাঁ ) ফুলে ফুলে ফুৰে অলি কলীয়া,
( দেহি ) ফুল মধুপানে অলি বলীয়া,—
( চোৱাঁ ) ভুলাব অলিয়ে লেনেৰে, গানেৰে, আদৰি-সাদৰি ।
( আজি ) আতুৰ পৰাণ, পৰাণৰ গান গাইছোঁ বিৰলে আহি ;
( শুনা ) প্ৰকৃতি-প্ৰাণতো' সহানুভূতিৰে বাজিছে নীৰলে বাঁহী ।
( চোৱাঁ ) জিলিকিছে নৱ নৱ পাতেৰে,
( শুনা ) পুৰে বায়ু মউসনা মাতেৰে,—
( আজি ) উদাস পৰাণ বিৰসবয়ান নহবা লাহৰী !

---

( ৯ )

## ফুলৰ প্ৰাণ

বাৰোৱা পিলু—জলদ একতালা ।

দি ফুল শুঙা ডালতে ফুলটি শুঙিবা ;—
মি চাবা পাতৰ আঁৰে, ছিঙি নানিবা ।
অলি গায়হি গুণগান,
পায় মউসনা সমিধান ;

তেওঁ নেপায় ফুলৰ প্ৰাণ ;—
উমলিছে মলয়াৰে, জুমা, গুচা, নিছিভিৰা, নিছিভিৰা ।

---

( ১০ )

## সোণত সুৰগা

মিশ্ৰ খাম্বাজ—কাওৱালী ।

সুৰগা-সোণে মধুৰ মিলন ।
জিলমিল্ তিৰ্ বিৰ্ বিয়পে কিৰণ ॥
( আজি ) বাঞ্ছা-কলি ফুলি উঠিলে,
চিন্তা-অনল হুমুৱালে মিলন-অনিলে ;—
প্ৰণয়-গগন কেনে সুশোভন
কৰোঁচো নিৰীক্ষণ ।
( আজি ) শান্তি-পালে প্ৰণয়-অনলে,
জেউতিকণি হুটুটিলে, আৰু জ্বলিলে ;—
সুৰগাৰে সোণ জ্বলিলে দুগুণ,
জ্বলিব আজীৱন ॥

---

( ১১ )

## আকাশী অমিয়া

মিশ্ৰ কাফি—দাদৰা ।

আকাশী অমিয়া কোনে আনে ।
আকাশ নামে, সাগৰ চুমে,

ঢউ নাচে মউ-মিলন-গানে ।
সান্ধ্য মিলন মনমোহন,
কিয় বিতোপন পুৱাৰ কিৰণ,
সমীৰণে মধুতানে
গুঞ্জৰে কাণে কাণে ;—
বহাঁচোঁ শুনাচোঁ মুগুধ প্ৰাণে—
আকাশী অমিয়া কোনে আনে ।

---

( ১২ )

## আবেগ

মিশ্ৰ ভূপালী—একতালা ।

(ঘোষ) প্ৰাণৰ আবেগ কাকনো জনাম অই !
দিনে-ৰাতি কান্দি হায় ! চকুলোৰে বয় নৈ ।
নিৰখি মোহন ৰূপৰ কান্তি,
লুকালে ধেমালি, অময়া শান্তি,
মিলন-মাধুৰী পৰাণে বিচাৰি
ফুৰে বিয়াকুল হৈ ;—
পাম জানো সখা চৰণৰ ৰেখা
নীৰৱে যাতনা সাৰটি লৈ !

---

( ১৩ )

## মৰম-যাতনা

খাম্বাজ মিশ্ৰ—কাওৱালী।

(আজি) হিয়া ভৰি তোমাৰে ছবিটি জিলিকে ৰিণিকি ঝিণি !
আলফুলে জোনায়ে চুমা এটি খাই যায়,
উকণ্ঠা হিয়াক মৃদু সমীৰণে নিচুকায় ;
ফুলে পাতে কত কথা কোমল হিয়াত গঁথা,—
জিলিয়ে বজায় বাঁহী গগন জিনি।
আৰাধিলে দিনে-ৰাতি তোমাৰ চৰণ দুটি
নেৰিবা নে অভিমানফেৰি ?—
(সখা) সঁপিলোঁ যৌৱন, জীৱন, মন,—
মৰম-যাতনাখিনি।

---

( ১৪ )

## ফুল-ৰাণী

ভৈৰৱী—একতালা।

ফুল-ৰাণী আম্নাৰে সখী।
ফুলাম বয়ান সজাম ফুলাম প্ৰণয়-মালাৰে ॥
সাজোঁ সখীৰ ফুলাম মৰল বেই,
বৰোঁ প্ৰাণৰ ফুল-কোঁৱৰক জোনাক ৰাতিত এই।
আয়তী তৰাৰে
নাম গাওঁ ৰঙেৰে ;
হাঁহোঁ-নাচোঁ সুখেৰে ফুলাম হিয়াৰে ॥

( ১৫ )

## স্মৃতি-ফুল

ঝিঝিট—একতালা

আঁতৰি ফুৰিছা, জিলিকে হিয়াত
তোমাৰে ধুনীয়া ছবিটি ;
দিনে ৰাতি মাথোঁ। বাজে সকৰুণ
নিৰাশ প্ৰেমৰ বাঁহীটি ।
চকুৰ পানীৰে সাগৰ বোৱালোঁ,
কত হমুনিয়া মিছাতে পেলালোঁ,—
কত স্মৃতি-ফুল মিছাতে ফুলালোঁ,
মৰহিলে আশা-পাহিটি ।
তোমাকে বিচাৰোঁ তুমি মোৰ বুলি,
নিদিবানে বাৰু চৰণৰ ধূলি ?—
এটিবাৰ মাথোঁ হাহোঁ প্ৰাণ খুলি
মধু মিলনৰ হাঁহিটি ।

---

( ১৬ )

## পাৰিজাত

মিশ্ৰ খাম্বাজ—জলদ একতালা ।

কোন সৰগৰ পাৰিজাত ফুল জিলিকে ধৰাত আহি ;
কোন কিন্নৰীৰ সুৰৰ লহৰী আহে মলয়াতে ভাহি ।
আশা-অনুৰাগ পৰাণ-লগৰী,
সৰিছে মুকুতা চকুলো বাগৰি,—

কোনেনো আনিব মিলন-বাতাৰ
নিচুকাব সখী আহি

( ১৭ )

## জীৱন-কুসুম

মিশ্র ভৈৰবী—একতালা।

হাঁহিৰে ৰচনা এই ধৰাখনি যেনিয়ে তেনিয়ে হাঁহি ;
পুৱাৰ বেলিটি হাঁহি মধু হাঁহি সুৰে উলাহতে ভাহি।
হাঁহি-ঢেউতিৰে সোনায়ে বিলায়
ধৰাত হাঁহিটি আহি ;
সাগৰ-লহৰে মলয় সমীৰে বাজে হাঁহিভৰা বাঁহী :
ফুলে ফুলে হয় হাঁহি-বিনিময়,
জিলিকে যুলনি হাঁহি :
ফুলোৰা প্ৰীতিৰে হাঁহি-ঢেউতিৰে
জীৱন-কুসুমপাহি ॥

( ১৮ )

## মায়াবিনী

খাম্বাজ—একতালা।

কেনি উৰি আহি লয়লাসে হাঁহি,
উলাহতে যাও ভাহি ;
কৰি বিয়াকুল মত্ত অলিকুল
ছিণ্ডি ফুৰোঁ ফুলৰ পাহি।

মোহন সপোন ভাঙো নৱ প্ৰেমিকৰ,
মধুৰ কিৰণ ধৰোঁ আবৰি জোনৰ ;
জীৱন-মৰণ মোৰে পৰশন,
ডুবোঁ সলিলতে অৱগাহি ।
কোমল আঙুলি মোৰ বুলাই ভালত,
আঁকি দিওঁ কত ছবি কতনো ভাবত,—
মণিও নমণা শুনিও নুশুনা
মোৰ সেই মৃদুল বাঁহী ;
কোলাত সাৱটি লওঁ জীৱন-মৰণ ;
সুখ-দুঃখ, হাঁহি-অশ্ৰু, বিৰহ-মিলন ;
বুকতে বিলীন থাকি ৰাতিদিন,
খেলিছোঁ লুকালুকি হাঁহি ।।

( ১৯ )

## বিৰহত

মিশ্ৰ খাম্বাজ ( কীৰ্ত্তন )—একতালা ।

চেনেহ-চানেকি আজলী হিয়াৰ চকুলোৰে মালা এখাৰি ;
তোমালৈ বুলি গাঁথিছোঁ নীৰলে, লোৱাঁ প্ৰিয়তম আদৰি ।
কত হমুনিয়া উকঙা হিয়াৰ নিচুকায় ধীৰ সমীৰে,
নিশাৰ জোনায়ে তোমাৰে ছবিটি জিলিকাই ৰাখে আবৰি ।
পৰিব নে জুঁয় হাততেই মোৰ মালাখাৰি কান্দি ফেকুৰি ;
চৰণেৰে প্ৰভু কৰাঁ পৰশন, মাতিছোঁ হৃদয় বিদাৰি ।

কতনো বাসনা মনৰ কামনা মনতে ৰাখোঁ সামৰি ;
চোৰাঁচোঁ এবাৰ চেনেহ-চকুৰে, দিয়া সন্নিধান এৰাৰি ।

( ২০ )

## নয়ন-মিলন

খাম্বাজ—ঠুংৰি ।

দিলাহি দেখাটি মেঘৰ মাজেদি
　　কোমল লাজুকী লতাটি ;
( মোৰ ) হিয়া উজলাই বিজুলী হাঁহিৰে
　　( সখী ) বুজালা প্ৰাণৰ কথাটি ।
নয়নেৰে পিলোঁ ৰূপৰ মাধুৰী,
　　ফুফুটিলে হাঁহি, প্ৰাণৰ ভাষা ;
অমিয়া মাতেৰে কুলিৰ লহৰী
　　তুলিলা হিয়াত নবীন আশা ;
কেনি উৰি গলা মধু সঙ্গীতেৰে—
　　( পখী ) শোভাঁহি জীৱন-সজাটি ।

( ২১ )

## গকুলৰ কলীয়া

কেদাৰা—মিশ্ৰ ।

তুমি কোন গকুলৰ কলীয়া ?
মন-প্ৰাণ নিলা হৰি কৰি বলীয়া ।

উথলিছে হৃদয়ৰ যমুনা-তৰঙ্গ,
নাচি উঠে হাঁহি-জালি মানস-কদম্ব ;
আকুল প্ৰাণত গানে ঢালে অমিয়া ।
যাচোঁ চৰণত বন-ফুলৰ আঁজলি,
বজোৱাঁ বজোৱাঁ ধীৰে মোহন মুৰলী,
নাচোঁ আমি তালে তালে যত সখীয়া ।

---

( ২২ )

## শ্যামৰ বাঁহী

মিশ্ৰ খাম্বাজ—কাওৱালী ।

নুফুটিলে প্ৰেম-কলি কি হব ফুটিলে হাঁহি,
অধৰ-জেউতি ফুলি অধৰতে হব বাহী ।
মিছাতে কি হব সখী, হানিলে নয়ন-বাণ,
নেভাগিলে অন্তৰৰ ঠন ধৰা অভিমান ?
জীৱন-যমুনা যদি চৰণত মিলোৱাহি
গকুল আকুল কৰি বাজিব শ্যামৰ বাঁহী ।
বিহাৰ আঁচল ধৰি লুকুৱালে মুখখনি,
লুকাব পাৰিবা জানো ছঁয়ামৰা জিলিকনি ?
শ্যামক পিন্ধাওঁ বুলি গাঁথিলে কুসুমপাহি,
নেপাচিবা আন কাকো, পিন্ধাবা নিজেই আহি ।

---

( ২৩ )

## আকাশত চাং

ভৈৰবী—কাহাৰবা।

আকাশত পাত চাং বলীয়া আকাশত পাত চাং।
প্ৰেমৰ লীলা বিনে কৰ ভৱ-লীলা সাং॥
উদাসৰ বিৰাগত হৃদয়ৰ দুৱাৰত যিমানেই দিয় দাং,
নোৱাৰ ৰুধিব অনঙ্গৰ ফুল-শৰ, মোহ-মায়াৰ ফাং।
মিঠা মুখৰ ৰহণ সানি মুখত হাঁহিৰ ৰাং,—
বন্দী কৰিম কাৰাগাৰত, কোনে পাৰ ভাঙ॥

---

( ২৪ )

## জীৱন-সঙ্গীত

খাম্বাজ—ঠুংৰী।

জীৱনৰ পিয়াঁ অমিয়া।
পিয়লা ভৰোৰী, কলিজা জুৰুৰী,
চোৰী ধুনীয়া দুনিয়া।
লাগিলে এছাটি বায়ু প্ৰণয়ৰ,
উঠিব উথলি মানস-সৰোবৰ;
আবেগ-সৰোজে নাচিব হৰষে,
কৰি প্ৰাণ মতলীয়া।

বদালী ধৰণীত ফুৰাঁ শোভা চাই চাই,
জোনাকী ফুলনিত বহাঁ গান গাই গাই,
লোৱাঁ প্ৰেম-বাহী, হাঁহাঁ মধু হাঁহি,
লভাঁ সুখ যুগমীয়া ;—
ভাবনা দিয়াঁ উকৰাই,
নহবাঁ অলিয়া-বলিয়া ।

---

( ২৫ )

## বনদেৱী

পূৰবী জলদ—একতালা ।

কোন নো আমি তাকে নেজানো ;
য'ৰে পাওঁ ত'ৰে মাধুৰী আনো ।
চন্দ্ৰ-কিৰণ কৰোঁ আমি পান,
তৰাৰ লগত গাওঁ মহা গান ;
ফুৰি ফুৰোঁ আমি শূন্য-বিমান,
আকাশৰ পৰা বিজুলী হানো ।
ৰামধনু যেন বিহাৰ আঁচল
কঁপাই বগাওঁ গিৰি হিমাচল,—
ঢৌৰ তালে তালে নাচোঁ অবিৰল,
গাত মৃণালৰ পৰাগ সানো ।

---

( ২৬ )

## মুৰুলী

শিৱৰঞ্জনী কীৰ্ত্তন—কাহাৰবা।

বাজে মুৰুলী মোহন তানে।
শুনি সেই গান লৰি আছে প্ৰাণ
প্ৰাণৰ সন্ধানে ॥
লাজুকী কুমুদে টানিছে ওৰণি,
হাঁহিছে-জ্বলিছে আকুলা ধৰণী ;
ফুলে ফুল-কলি, লৰি আহে অলি,—
কুলিও আহিছে কুউ-গানে।
নেযাবাঁ আঁতৰি প্ৰাণৰ লাহৰী,
জানোচা এনুৱা নোপোৱা আজৰি ;—
এনুৱা মাধুৰী, সুৰৰ লহৰী,
শুনাবা হুশুনা কোনে জানে ॥

---

( ২৭ )

## জোনাকত

মিশ্ৰ সিন্ধু—কাওৱালী।

মধু মিলনৰ ৰাগিণী টানি
গাওঁ আহাঁ সখী প্ৰেম-গান।
শুনা সৰগৰ অশৰীৰী বাণী,
দিওঁ আহাঁ তাৰে সমিধান।

চন্দ্র-কিৰণে অমৃত-বৰিষণে
ঢালিছে শান্তি-সুষমাধাৰ,
তন্দ্ৰামগনা শুৱনী ধৰণী,
সুখ-তৰঙ্গত ভাহে প্ৰাণ।
বিলোৱাঁহি জোনাকত হাঁহিৰ জেউতি,
বিলোৱাঁ প্ৰণয়ৰ উপহাৰ ;—
যাওঁ আহাঁ কিৰণত সাঁতুৰি সাঁতুৰি,
কৰোঁগৈ সৰগৰ অমিয়া পান।

——

( ২৮ )

## প্ৰেমিক পৰাণ

মিশ্ৰ খাম্বাজ—দাদৰা।

প্ৰেমিক পৰাণে বুজনি নেমানে,
শয়নে-সপোনে ভাবনা সাৰ ;
চকুলো এধাৰি পৰিলে বাগৰি
পাতলে এফেৰি যাতনা-ভাৰ।
কত নো বাসনা, কত নো আশা,
নুফুটে মুখত হিয়াৰ ভাষা ;
নয়নে নয়ন মিলে যদি আহি,
জিলিকে মধুৰ প্ৰাণভৰা হাঁহি।

নিমিলে যদি হে নয়নে নয়ন,
ছিগি-ভাগি যায় প্ৰাণ অসহন ;
দপ্ দপ্ জ্বলে ঘোৰ দাবানল,
　　নগলে বাসনা-লহৰী মাৰ ।

---

( ২৯ )

## বিৰহত

( মিশ্ৰ ইমন—একতালা )

মাতিছোঁ তোমাক কাতৰ পৰাণে,
　　আহাঁ প্ৰাণসখা কাষলৈ ;
অশ্ৰু-নীৰেৰে তিয়ালোঁ মালা
　　এটিবাৰ দেখা পাবলৈ ।
তুমি ভাল পোৱা নিজম নিশাত
বিচাৰি শান্তি নিদ্ৰাৰ কোলাত ;
মই সুখ পাওঁ উজাগৰে থাকি
　　তোমাৰ ভাবতে বিভোল হৈ ।
হাহে কত ফুল মোক কন্দুৱাই,
মোৰ বেজাৰত আমোলমোলাই ;
চোকা জোনাকত মোৰ মালাধাৰি
　　জঁয় পৰি যায় নিৰাশ হৈ !

---

( ৩০ )

## আকুলতা

খাম্বাজ—কাওৱালী।

কু-উ কু-উ গান
( কৰে ) বিয়াকুল প্ৰাণ।
( আনে ) চেনেহ-বাতৰি মিলন-মাধুৰী,
হানিছে মদনে বাণ ॥
অমৃত ঢালে নীল গগনে,
সৌৰভ যাচে ধীৰ পৱনে ;
প্ৰিয়ৰ বিহনে উকণ্ঠা পৰাণে
হব নিশা অৱসান।
পাতোঁ আঁচলেৰে ৰূপালী আসন,
আহাঁ প্ৰাণধন, দিয়াঁ দৰিশন ;
জোনাক-পোহৰে অধৰে অধৰে
কৰোঁ প্ৰেম-সুধা পান ॥

---

( ৩১ )

## সখীৰ জ্যোতি

বেহাগ খাম্বাজ—খেমটা।

পৰাণত শান্তি ঢালে প্ৰেম-মন্দাকিনী জলে।
সজাওঁ আহাঁ আনি ফুল-বাণী।

আকাশ-দাপোণ চাই
হাঁহাঁ মিচিকাই ;—
তোমাৰ জ্যোতি তৰাত ফুটি
ৰমক-জমক ফটিক জ্বলে।

( ৩২ )

## প্ৰেম-জয়ন্তী

কাফি সিন্ধু—আড়াঠেকা।

বিমল প্ৰেমৰ জয়গান
শুনাচোন শুনা কোনে গায় ;
মিলন-আশাৰে মধুৰ ভাষাৰে
মৰণ-শোকত নিচুকায়।
মৃদু সমীৰণে কয় কাণে কাণে—
"বিলোৱা প্ৰেমৰ সুধা প্ৰাণে প্ৰাণে ;
যোৱা আগুৱাই সৰগ ধিয়াই
প্ৰেমৰ তৰণী ধীৰে বাই।"
কিয় ভেদাভেদ মিছা অভিমানে,
সৱাকে সামৰে ই ঘোৰ শ্মশানে ;
যাতনা-জঞ্জাল মাৰিব নিটাল
মৃত্যুৰ শৰণ পশি হায় !
ছিণ্ডিব খুজিলা হৃদয়-বান্ধোন,
পৰিণাম এই করুণ কান্দোন ;—

শীতলোৱা প্ৰাণ, গোৱা বিহুগান,
বিফলে জীৱন উখি যায়!

---

( ৩৩ )

## উৰুলি

( বিয়া নামৰ সুৰ )

আয়তী মণ্ডলী                    দিয়াঁহি উৰুলি,
মুখতে মুখ লগাই ( হে ৰাম ৰাম )।
জীয়ৰী ছোৱালী                  তোলাঁহি কিৰীলি,
জাতে জাতে নাম গাই ( হে ৰাম ৰাম )॥
বান্ধাঁহে বাপুটি                    এই হিয়া দুটি,
লগুণ-গাঁঠিৰে আঁটি ( হে ৰাম ৰাম )।
বোলাঁ প্ৰজাসৱে                  সুমঙ্গল ৰৱে,
"জয় যুগল-দম্পতী" ( হে ৰাম ৰাম )॥
কেনে নো শুৱনী                   নীলা ৰভাখনি,
জিলিকিছে আকাশতে ( হে ৰাম ৰাম )।
তৰা শাৰী শাৰী                  আছে কাচি-পাৰি
"শশী" আইটীৰ গাতে ( হে ৰাম ৰাম )॥
আনন্দ, আনন্দ                   আজি "মহানন্দ",
"শশীপ্ৰভা" পাই হাঁহে ( হে ৰাম ৰাম )।
প্ৰণয়ৰ বান্ধে                   যেন "মহানন্দে"
যায় দিন একেৰাহে ( হে ৰাম ৰাম )॥
ডাক্তৰ বোপাটি!                   নকৰা অশাঁতি,
আইদেও গুণৱতী ( হে ৰাম ৰাম )।

আতমা-প্ৰভাৱে চৰণ-সেৱাৰে
কৰিব আদৰ্শ পতি ( হে ৰাম ৰাম ) ॥
এদুৱা মিলনে প্ৰণয়-কিৰণে,
ধৰম-চাকিটি জ্বলে ( হে ৰাম ৰাম ) ।
প্ৰভুৰ প্ৰসাদ লভা আশীৰ্ব্বাদ,
অময়া সুখৰ ফলে ( হে ৰাম ৰাম ) ॥*

---

( ৩৪ )

## আশীৰ্ব্বাদ

### ( বিয়া নামৰ সুৰ )

( ৰাম ৰাম ) ঘৰে কপৌ হালি,
( ৰাম ৰাম ) কেনে হালি-জালি,
( ৰাম ৰাম ) লগতে লগৰী বাছি হে ।
( ৰাম ৰাম ) আমাৰে বোপাটি
( ৰাম ৰাম ) কৰৌতে অশাঁতি,
( ৰাম ৰাম ) দিলেহি কইনা বাচি হে ॥
( ৰাম ৰাম ) গোহোৱা এতিয়া
( ৰাম ৰাম ) উদংমুখীয়া,
( ৰাম ৰাম ) উকা চেঙেলীয়া ডেকা হে ।
( ৰাম ৰাম ) জীৱন লগৰী
( ৰাম ৰাম ) টেটুত সাঙুৰি,
( ৰাম ৰাম ) পাবা মৌসনা সেকা হে ॥

* এজন সাহিত্যসেৱী বন্ধুৰ শুভবিবাহৰ উপলক্ষে ।

( ৰাম ৰাম ) পালে তেনে ঠেকা
( ৰাম ৰাম ) হব দুয়ো শিকা
( ৰাম ৰাম ) সংসাৰ-ইস্কুল-পাঠ হে ।
( ৰাম ৰাম ) কাঁইটীয়া পথে
( ৰাম ৰাম ) পাবা মৰতেতে,
( ৰাম ৰাম ) স্বৰ্গৰ সেন্দুৰী বাট হে ॥
( ৰাম ৰাম ) পুৰুষ-প্ৰকৃতি
( ৰাম ৰাম ) হলে একেমতি,
( ৰাম ৰাম ) তেবেসে ভকতি সিজে হে ।
( ৰাম ৰাম ) পতি বিনে গতি
( ৰাম ৰাম ) নাই জানি সতী,
( ৰাম ৰাম ) ভজে পাৱ দুটি নিজে হে ॥
( ৰাম ৰাম ) হোম সাক্ষী কৰি
( ৰাম ৰাম ) লগুণ-গাঁঠি ধৰি,
( ৰাম ৰাম ) লোৰা দুটি প্ৰাণ আঁটি হে ।
( ৰাম ৰাম ) সুখে-দুখে সদা
( ৰাম ৰাম ) চিৰা পিঠা-পনা,
( ৰাম ৰাম ) খাবা দুয়ো ভাগ বাটি হে ॥
( ৰাম ৰাম ) সাজঁাহে দম্পতী !
( ৰাম ৰাম ) নতুন গৃহটি,
( ৰাম ৰাম ) বান্ধি প্ৰণয়ৰ জৰী হে ।
( ৰাম ৰাম ) ধৰ্ম্ম-মাৰলীৰে,
( ৰাম ৰাম ) পুইণ-ভেটিৰে,
( ৰাম ৰাম ) যাউতিযুগীয়া কৰি হে ॥*

* "চোৰাংচোৱাৰ চ'ৰা" ৰচোঁতাৰ বিয়াৰ চেনেহ-চানেকি ।




( ১ )

## মদৰ মহিমা

মিশ্র খাম্বাজ—কাহাৰবা ।

মজা পাবি, ৰগৰ পাবি, মদ এপালি খাই ল ।
ঘাটে-বাটে হালি-জালি মদৰ লীলা চাই ল ॥
মদৰ আহা কেনে জুতি !
চৰণ দুটি চাটি-ফুটি ;
ঢুলঢুলীয়া নয়ন দুটি, অথিৰ-অবিৰ কায় অ' ।
নিছাৰ কোবত ক'ত আকৌ
তায়ন নাই তাৰ একো,—
খালে-বামে পৰি আকৌ একেথৰে চাই অ' ।
কোনে বোলে মাতাল 'শনি !
মুখত লগাই দিম বাঢ়নি ;
মলমলোৱা বদনখনি মনটি মুহি যায় অ' ॥

( ২ )

## দবা।

মিশ্ৰ—কাহাৰৱা

আজি আঁহাহে বোপাটি ! দবা সজাওঁগে।
গুণাৰ বনকৰা জমা চাপকণ পিন্ধাওঁগে ॥
নাকত ধৰিব লাগে,
লবা উৰ্মাল,—
দোলাত উঠি যাবা হাঁহি কইনা-ঘৰলৈ।

---

( ৩ )

## বাইৰ গান

ভংলা—দাদৰা

মাতে আমাৰ বায়ে।
বাইৰ সমান সাদৰী বাই ক'তো আৰু নায়ে ॥
বায়ে মাতে নাকী সুৰে,
হিয়া উজান-ভাটী কৰে;—
নাচোন এটা দিবৰ মন যায় বাইৰ গুণ গায়ে।
বাই আছে টেকেলা হৈ,—
লগত সৌটি 'বেঙেনা' লৈ;
বাইৰ যহতে চিৰীয়তীক পাব আমাৰ ভায়ে।

খুৱাৰ ভোজ বাৰে বাঢ়ি,
ওলোৱা আমাৰ কোমৰ বান্ধি ;
খানপূৰীয়া কঠাল যেন পেট কৰোঁ ভোজ খাৰে ।*

---

( ৪ )

## ধনৰ মহিমা

খাম্বাজ—কাওৱালী ।

চোৱাঁ কেনে ধনৰ মায়া, ধন্য আহা ধনৰ বাজী !
ধনত মানৱ মতলীয়া,—হায় ! আকাশ-কুসুম থাকে সাজি ।
জনম মিছা ধনৰ বিনে,
জীৱন-মৰণ ধনে কিনে ;
সুখৰ জীৱন উঠে চোৱাঁ আজি ধনৰ কিৰণতে বাজি ।
ধনৰ মায়া, প্ৰাণৰ মায়া দুয়ো একে সমান আজি ;
ধনৰ জয়, গুণগান আজি উঠে যেনি-তেনি বাজি ।
ধনৰ গছত আছে ফুটি
সোণৰ ৰূপৰ ৰঙীণ গুটি ;
গুণীৰ গুণো মানীৰ মানো দিয়ে ধনে মাথোঁ আনি আজি ।
সুখ-দুখ শোক-তাপ সকলোৱে ধনৰ বাজী,—
কেৱল মাথোঁ ধনৰ বাজী ধনৰ বাজী, ধনৰ বাজী ॥

---

*লিখকৰ 'অমৰ-লীলা' নাটৰ পদ ।

( ৫ )

## দিল্ মোৰ

মিশ্ৰ খাম্বাজ—খেমটা।

অমুকা—দিল্ মোৰ, জান মোৰ, মোৰ পিয়াৰী!
অমুকী—নোজোকাৰা এই দৰে, দিম সিঁজাৰি।
অমুকা—তুমি আশাৰ সম্বল,
অমুকী—তুমি জাবৰ কম্বল;
অমুকা—তুমি খিচ্ মিচ্ অম্বল,
অমুকী—তুমি গগন-মণ্ডল;
অমুকা—তুমি খৰিচাৰ অম্বল,
অমুকী—তুমি কেচাৰীৰ মণ্ডল;
অমুকা—তুমি ঔটেঙাৰ অম্বল,
অমুকী—তুমি ঠেকেৰাৰ অম্বল;
অমুকা—তুমি ভোকত ভাত, পিয়াহত জল;
অমুকী—তুমি যে মোৰ এৰী গাখীৰ, তুমি ভীমকল;
অমুকী—কোবাঁচোন ফিকিৰটো কি?
অমুকা—দিল্ মোৰ জান্ মোৰ মোৰ পিয়াৰী!

---

*লিখকৰ 'কেনে মজা' নাটৰ পৰা।

( ৬ )

## সংস্কৃতং

মিশ্ৰ খাম্বাজ—খেমটা ।

ঋত্বিকৰ কাম কৰিমং আমি ঋত্বিকৰ কাম কৰিমং ।
মস্ত পণ্ডিত বোলাই যজ্ঞত অগ্ৰভাগং ধৰিমং ।।
সংস্কৃতৰ শ্লোকং
ফৰাফৰং মাতিমং ;
সোপাসোপে জলপানং টোপোলা বান্ধি আনিমং ।। *

---

( ৭ )

## নাপিতৰ গীত

জংলা—দাদৰা ।

মই নাপিত নামধাৰী ।
টলৌ টলৌ ঘূৰি ফুৰোঁ জোলেঙাটি আঁৰি ।।
মূৰৰ হাবি চিকুণাই দিওঁ,
মুখৰ জাবৰ চুককি নিওঁ ;
ডেকাক কৰোঁ গাইমুৰা তিৰীমনোহাৰী ।
ডাড়ি-গোঁফৰ বংশ
( মই ) কৰি পেলাওঁ ধ্বংস,
ঘাটে-বাটে মোকে চোৱাঁ ফুৰিছে বিচাৰি ।

---

* 'সীতা' নাটকৰ কাৰণে ৰচা গীত ।

( ৮ )

## কুৰি শতিকাৰ

মিশ্ৰ ভৈৰবী—দাদৰা

( আমি ) কুৰি শতিকাৰ ;
( আমি ) কুৰি শতিকাৰ ।
Liberal view ধৰি চাওঁ সকলো matter ॥

Whole world-অতে আছে God,
নাথাকে সোমাই নামঘৰত, —
Put off কৰি জোতা কিয় কৰিম prayer ?
( কিয় ) কৰিম prayer ?

চাওঁ যদি নাই difference
সকলো ধৰ্ম্মৰে essence,—
Universal religion কৰিছোঁ প্ৰচাৰ,—
( আমি ) কৰিছোঁ প্ৰচাৰ ।

আমাৰ সকলো সমান,
আমি cosmopolitan,—
Superstition hang কৰি লওঁ line clear,
( লওঁ ) line clear.

Friend-অৰ মুখৰ cigarette,
Tea, soda, lemonade—
Intimacy বঢ়াওঁ কৰি মুখত transfer.
( কৰি ) মুখত transfer.

After death কিনো হব—
Who cares to ভাবিব?
হলেও হক that time—অত ধৰ্ম্মৰ বিচাৰ।
( আমাৰ ) ধৰ্ম্মৰ বিচাৰ।

পৰীক্ষাটো পাছ কৰি,
Lucrative job ধৰি,
Eat, drink and be merry, my dear!
(Well) my dear!

---

( ৯ )

## চহিছৰ গান

তাল—খেমটা।

চাবাছ চাবুক, চাবাছ পোছাক, চাবাছ 'চহিছ' নাম,
দীঘল চেলাম কিমান বিলায়, কৰিম গোলাম কাম!
মুনিব লবাই যজৰ ঘোঁৰা পেলালে ধৰি,
ভেবা লাগি থাকিলোঁ। চাই দূৰত ভাগৰি!
বেকোৰা হৈ কেঁকোৰা-গাত থাব্দি সোমাই যাম।
দফা ৰফা হল যে কৰাই, নাই আৰু সকাম॥*

---

* 'সীতা' নাটকৰ কাৰণে ৰচা।

( ১০ )

## All Right যাম

খেমটা

অমুকী—চালাম হজুর কবিয়ে জাবা মেহেরবানি,
অমুকা—All right যাম, dancing চাম, brandy টানি।
অমুকী—হজুর হাম ভারি গরীব বাইজী ;
অমুকা—কুচ পরোয়া নাই জান, তুম বক্‌চিছ পাবি।
অমুকী—ধ্রুপদ, খেয়াল, টপ্পা, খেমটা সব হাম্ জানি ;
অমুকা—All right যাম, dancing চাম, brandy টানি।

---

( ১১ )

## আক্ষেপং

মিশ্র শ্যাম বেহাগ—একতালা।

নির্দ্ধারিতং মহারাজেন অস্মাকং বাসভবনং,
অস্তি যত্র খাদ্যমাত্র পবলীয়া তণ্ডুলং।
নাস্তি দাইলং নাস্তি ঘৃতং, নাস্তি তৈলং মরিচেকং ;
নাপাওঁ উপায় কিং কর্ত্তব্যং হলোঁ আমি বিমূঢ়ং।
ফলাহারং নাস্তি কিঞ্চিৎ রসগোল্লা চাহদিকং
আগচ্ছ আলচোঁ আমি উদরপূরণকথাং ॥*

---

* লিখকর 'নিমন্ত্রণ' প্রহসনর পর।

( ১২ )

## মোৰ বন্ধু

মিশ্র খাম্বাজ—একতালা।

( ক )

কটকটীয়া ডোলে বন্ধা    দুখত ইঁহা সুখত কন্দা,
আছে এজন বুকৰ বন্ধু গঁথা নলে-গলে ;
আমি দুয়ো সনা পিঠা গাখীৰ আক কলে।
ঘোষা—এনে বন্ধু অবিহনে হিয়া মৰুভূমি,
জনমে জনমে হেৰা হোৱা মোৰে বন্ধু তুমি !
হোৱা মোৰে বন্ধু তুমি !
হোৱা মোৰে বন্ধু তুমি !

( খ )

হুলুকাওঁ মই একো "চিক্রেট্"    খাওঁ একে লগে "চিগ্রেট্,"
হোঁপা এটা মাৰিয়ে তেওঁৰ মু'খত সুমাই দিওঁ ;
( আমি ) একেটুপি "পানী" দুয়ো একেলগে পিওঁ !
ঘোষা– এনে বন্ধু ইত্যাদি।

( গ )

মুখৰ আগত মউ মিঠা,    পিচত ৰটে কেহা তিতা,
পেটত আছে ৰবিহ তেওঁৰ, মুখত গাখীৰ,
ভিতৰি ভাতুৰী-কোৱা গুৰনি বাহিৰ।
ঘোষা—এনে বন্ধু ইত্যাদি।

( ঘ )

সম্পদত মোৰ কায়াৰ ছাঁয়া, বিপদত তেওঁ ধৰে মায়া,
সুখত তেওঁ যে গোলাপ ফুল মোৰ, দুখত তিমকৰ ;—
ভালুক দেখি গছত উঠা বন্ধুৰ দস্তুৰ।
ধোৱা—এনে বন্ধু ইত্যাদি।

( ঙ )

"দোছ্, ডিয়ৰ্" বুলি মাতে, হালি-জালি পৰে গাতে,
আনৰ আগত উপাধিৰে কৰে বিভূষিত :—
( যেনে ) ষ্টুপিড্, ননছেন্স্ ডেভিল্, লায়াৰ আৰু হিপক্রিট্!
ধোৱা—এনে বন্ধু ইত্যাদি।

( চ )

আমি দুয়ো "মডেল ফেন", নহওঁ আমি যেন-তেন,—
এটনিয়-বেছেনিয়, ডেভিদ-জনাথন ;
( আৰু ) মই যদি ৰামচন্দ্ৰ, তেওঁ বিভীষণ।
ধোৱা—এনে বন্ধু ইত্যাদি।

---

( ১৩ )

## কেনে মজা

মিশ্ৰ খাম্বাজ—খেমটা।

অমুকা আৰু অমুকী—কেনে মজা আহা কেনে মজা।
অমুকা—পালেও মজা ধন।
অমুকী—হলেও মজা ডাঙৰ মন।

অমুকা—ধনত কোনো মজা নহয়, মনত হে মজা।

দুয়ো—( আজি ) ঢোল-মৃদঙ্গ, পেঁপা-বাঁহী, মুৰুলী বজা।

অমুকা—ধনীৰ মিছা ধুন,

অমুকী—নেথাকিলে ভাণ্ডৰ গুণ।

অমুকা—ধনীৰ কাবেং হব পাৰে গৰীবৰ পজা,

দুয়ো—গৰীব-ধনী কাবেং-পজা এক খোদাই সজা ।।*

---

( ১৪ )

## বুঢ়া বুঢ়ীৰ প্ৰেম

মিশ্ৰ পিলু—দাদৰা।

অমুকা—বামুণী যাওঁ মই মৰোঁ গৈ।

অমুকী—ভৈয়াই ঐ যোৰাঁ তেনে মোকো লৈ।

দুয়ো—আমি মৰোঁগৈ, আমি মৰোঁগৈ, আমি মৰোঁগৈ।

অমুকা—জীয়াত আৰু কি সকাম ?—

অমুকী—লোৰাঁ তেনে হৰিনাম।

দুয়ো—ডিঙিত ধৰি যাওঁ যমৰ ঘৰলৈ।

অমুকা—নেৰিবি তই মোৰ পাছ ;—

অমুকী—লগতে উজাম লগৰ মাছ।

দুয়ো—হম দুয়ো পাৰ বৈতৰণী নৈ ।।†

---

* লিখকৰ 'কেনে মজা' নাটৰ পদ।

† নিমন্ত্ৰণ' নাটৰ গীত।

( ১৫ )

## বৰ ভাল পাওঁ

মিশ্ৰ খাম্বাজ—খেমটা।

অমুকা—বৰ ভাল পাওঁ মই যে তোমাক হেৰা সাদৰী !
অমুকী—তুমি যে মোৰ কাণৰ কেক, ডিঙিৰ সাতশৰী !
অমুকা—তোমাক নেদেখিলে মই জীয়াতে মৰা,
তুমি যে মোৰ আন্ধাৰ ৰাতিৰ সৰগৰ তৰা।
অমুকী—তুমি যে মোৰ বগা জোনাক, বেলি ৰাঙলী।
অমুকা—থৈ দে তোৰ চুপতিখন হেৰ পাগলী !*

( ১৬ )

## ধন পালে

মিশ্ৰ খাম্বাজ—খেমটা।

অমুক আৰু অমুকী { জন্ জন্ জন্ জন বাজিব ধন।<br>মজা কৰি খাম আমি চাৰা জীৱন ॥

অমুকা—মই চাৰাপ কিনিম,
অমুকী—মই বালা কিনিম,—
দুয়ো—বালা চাৰাপ চব্ কিনিম, যি হয় পছন্দ ॥†

* 'কেনে মজা'ৰ গীত।
† 'কেনে মজা'ৰ পৰা।

( ১৭ )

## আমি ভাষা উদ্ধাৰ কৰিম

মিশ্ৰ ইমন—একতালা।

আমি ভাষা উদ্ধাৰ কৰিম,
( আৰু ) আকাশত দাঙি ধৰিম।
( আমাৰ ) standard very high,
( আমাৰ ) ভাষাৰ সকলো dry,
( আমি ) নিজেও এতেকে নিলিখোঁ একোকে,—
( কাৰণ ) appreciation নাই!

( আমাৰ ) enemy হৈছে many,
ওলায় সিহঁত হে যেনি-তেনি;
সিহঁতক লৈ কৰে পাত চুৱা
"বাঁহী" আৰু "আলোচেনী"।

সেই হে aloof থাকোঁ.
Subscribe নকৰোঁ একো;—
সেই পইচাৰে হোটেলত খাম
chop, cutlet, cocoa।

(Of course) present পালে পঢ়োঁ,
( আৰু ) good opinion গঢ়োঁ;
নহলে rubbist book পঢ়ি কিয়
eye-sight খাৰাপ কৰোঁ?

( আমি ) হম মত্ত lover,
ছেলী কীটচৰ follower ;
'লণ্ড'ৰ পাত্র by hook or crook
কৰিব discover ।

( আমি ) thoughts বৈছোঁ গাঁচি,—
mind-অৰ কুলাৰে বাছি,
life-long study ৰে refined কৰি
উলিয়াম পাচি পাচি ।

( আমি ) বহুত place-অত ফুৰিম,
Man-অক study কৰিম,—
( কৰি ) মেৰী কৰেলী আৰু বঙ্কিমৰ
নিচিনা novel লিখিম ।

( আমি ) critic অৰ শুচাম need,
নকৰোঁ এখাকে heed ;—
enemy ৰ against এ ancient grudge
( বাপেকে ) কৰিম fatকৈ feed ।

সিহঁতৰ writing সোপাই,
bird's-eye-view পেলাই,
সাত পুৰুষক ধৰি criticise
কৰিম উধাই-সুধাই ।

( আমি ) নিজেই নিলিখোঁ মানে
নেলাগে লিখিব আনে ;
barren-এই থক ভাবা তেও যেন
আমাৰ বদনাম নানে ।

( আমি ) নতুন epoch আনিম
( আৰু ) অমৰ হৈ হে মৰিম ;
( আমাৰ ) ভাবা, কাল্‌চাৰ নৰ্দমাৰ পৰা
উদ্ধাৰ কৰিহে এৰিম ।

---

১৮ )

## কছম

মিশ্ৰ খাম্বাজ—খেমটা ।

অমুকা— কছম খাই কওঁ যে তোমাক বৰ ভাল পাওঁ ।
অমুকী—[illegible]
অমুকা—তুমি যে মোৰ গৰম পোলাও আৰু বুলবুল,
অমুকী—তুমি যে মোৰ দিল্লীৰ লাড্ডু, গিনি সোণৰ ফুল
অমুকা—তুমি যে মোৰ মিঠা হাৱা পেট ভৰাই খাওঁ ।
অমুকী—কছম খাই কওঁ যে তোমাক বৰ ভাল পাওঁ ।

---

( ১৯ )

## নিমন্ত্ৰণ

মিশ্ৰ ছায়ানট—খেমটা।

( দ্বৈত গীত )

খালোঁ নিমন্ত্ৰণ

( আমি হে ) খালোঁ নিমন্ত্ৰণ।

ভেবা লাগি চায়ে থাকিল ভাটীৰ বিপ্ৰগণ॥

গুৰ গাখীৰ দৈ সান্দহ মিঠৈ পায়স মিষ্টান্নং,—

নাম কওঁতেই ওলায় লালটি, খাওঁতে যে কত ৰং!

উলহৰ মাদলি হব মোৰ বামুণী, নাপাতে ৰোহথন;

নাচিম দুয়ো বুঢ়া-বুঢ়ী, পাতিম বৃন্দাবন।

দিলেহি দেহি ঐ সেই বাপুসকলে মহাবিদ্যাৰ চং.

ইতো নষ্টঃ ততো ভ্ৰষ্টঃ হলহি অকাৰণ।

আমাৰ হলে হল বাৰুকৈ উদৰ সম্পূৰণ,—

নিদ্ৰা দেবীৰ কৰোঁ এতিয়া ৰক্ষা নিমন্ত্ৰণ॥



অন্ত